# কামাল পাছা



শ্ৰীহৰেন্দ্ৰনাথ শৰ্ম্মা, বি-এ
হেডমাষ্টাৰ,
পাটাছাৰকুছি বিদ্যাপীঠ, কামৰূপ।

বাণী প্ৰকাশ মন্দিৰ
পাটাছাৰকুছি

'I can and I will'

. . . *Kemal Pasha*

# প্ৰকাশকৰ নিবেদন

কামাল পাছা প্ৰথম ছপোৱা হৈছিল ১৮৫৩ শকত। ৰাজনীতি ক্ষেত্ৰত এতিয়া আমূল পৰিবৰ্ত্তন হৈছে। গতিকে বৰ্ত্তমান সময়ত খাপ খোৱাকৈ অথচ বেছি সাল-সলনি নকৰি এই পৰিবৰ্দ্ধিত সংস্কৰণ উলিয়া হ'ল। মূল কিতাপখন আৰ্ট পেপাৰত ছপোৱা হৈছিল; সংশ্লিষ্ট ছবিবোৰ তেতিয়া পৃষ্ঠা হিচাপে গণনা কৰা হৈছিল। এই পৰিবৰ্দ্ধিত সংস্কৰণত ছবি কমোৱা হোৱা নাই যদিও আৰ্ট পেপাৰৰ দুৰ্ম্মূল্যতা হেতুকে একে লগে দুখনকৈ ছবি দিয়া বাবে কিতাপৰ পৃষ্ঠা সংখ্যা আগতকৈ দেখাত কম হ'ল।



গাজী মুস্তাফা কামাল পাচা



ঈশ্বর আল্লা তেরে নাম
সব্‌কো সম্মতি দে ভগবান।

—বিশ্বদীপ বাপুজী

# কামাল পাছা

—এক—

## আগ কথা

যিসকলে কোনো সমাজ বা জাতিৰ মাজত সেই সমাজ, সেই জাতিৰ ভৱিতব্যতা সম্পৰ্কে নতুন আদৰ্শ দাঙি ধৰি, নিজৰ আদৰ্শৰ বলেৰে আন সকলোকে অনুপ্ৰাণিত আৰু উন্নতিপ্ৰয়াসী কৰিব পাৰে, যিসকলে অন্ধজনৰ দৰে আমাৰ অজ্ঞানতাময় চকু পৰিষ্কাৰ কৰি চৈতন্যশক্তিৰে প্ৰাণৰ মাজত নতুন প্ৰেৰণা জগাই তোলে আৰু জগতকো নিজৰ অপূৰ্ব্ব কৰ্ম্মক্ষমতাৰে বিস্মিত কৰে, সেই ক্ষণজন্মা পুৰুষসকল আমাৰ নমস্য আৰু জগত-সমাজৰ জ্ঞানৰ প্ৰদীপ। পৰশমণিৰ সামান্য পৰশত তুচ্ছ, নগণ্য শিলাখণ্ডও চকুৰ পলকতে অমূল্য বস্তুত পৰিণত হয়—মহাপুৰুষৰ মহৎ সঙৰ প্ৰভাৱেও সেইদৰে মানৱাত্মাৰ সুপ্ত শক্তিক নতুন চেতনা দান কৰে। গতিকে বিশ্ব-জগততে এজনা মাথোন মহাপুৰুষৰ পবিত্ৰ আদৰ্শয়ো সংক্ৰামক শক্তিৰ দৰে সকলোৰে অন্তৰ আগুৰি পেলাই কৰ্ম্মক্ষেত্ৰ বা ভাৱৰাজ্যত ঘোৰ বিপ্লৱৰ সূত্ৰপাত কৰে। নানা বিষাক্ত খনিজ পদাৰ্থকো চুহি লৈ গছ-গছনিয়ে কালক্ৰমে তাক সুন্দৰ সুখাদ্য ফল বা সুগন্ধি ফুলত পৰিণত কৰাৰ দৰে এই মহাপুৰুষসকলেও ঘোৰ নিৰাশাৰ মাজতো আশাৰ জিলিঙনি ফুটাই তোলে, সমাজৰ নানা আবৰ্জ্জনাকো

আৱশ্যকীয় উপাদানলৈ ৰূপান্তৰিত কৰে। পৃথিবীত মহাপুৰুষৰ এই বাবেই ইমান আদৰ আৰু তেওঁলোকৰ খ্যাতি এনে যুগমীয়া।

গাজী মুস্তাফা কামাল পাচা প্ৰকৃততে নব্য তুৰ্কীৰ প্ৰাণপ্ৰতিষ্ঠাতা আৰু জগতৰ অগ্ৰগণী মহাপুৰুষসকলৰ এজনা। যি বিখ্যাত দেশভক্তই সংস্কাৰ আদৰ্শৰ সহায়েৰে তুৰ্কী জাতিৰ মাজত নতুন প্ৰেৰণা জগাই তুলি দেশবাসীক স্বাধীনতাৰ অমোঘ মন্ত্ৰত দীক্ষিত কৰিলে, সেই মহাপুৰুষ কামালৰ জীৱনৰ ৰহস্যকাহিনী উদ্ঘাটন নকৰাকৈ প্ৰাচীন আৰু নব্য তুৰ্কীৰ মাজত প্ৰভেদ অৱধাৰণা আৰু নব্য তুৰ্কীৰ উদ্গমনৰ শেষ সীমা অনুমান কৰা কোনো প্ৰকাৰে সম্ভৱপৰ নহয়। কামালৰ জীৱন তুৰ্কীৰ স্বপ্ৰতিষ্ঠাৰ লগত এনে ওতঃপ্ৰোত ভাবে জড়িত যে আধুনিক তুৰস্কক কামাল-ভূমি আৰু কামালৰ জীৱনকাহিনীকে তাৰ নৱ জাগৰণৰ ইতিহাস বুলিলেও অন্যায় বা অতিৰঞ্জিত কৰা নহয়। তুৰস্কৰ এই যুগৰ সকলো উৎকৰ্ষ, সকলো সম্মান এই এজনা মহাপুৰুষৰ কৰ্ম্মময় জীৱনৰ আজন্ম চেষ্টাৰ প্ৰতীক মাথোন। পূণ্যশ্লোক মহাত্মাজীৰ বৈচিত্ৰ্যময় জীৱনৰ লগত ভাৰতৰ জাতীয় জীৱন আৰু তাৰ অভ্যুত্থানৰ ঠিক অনুৰূপ সম্বন্ধ।

সপ্তদশ শতিকাৰ মাজ ভাগত ৰুছিয়াত মহামতি পিটাৰৰ আবিৰ্ভাৱ। তেতিয়া ৰুছিয়াৰ অৱস্থা অতিশয় শোচনীয়। য়ুৰোপীয় শক্তিসমূহৰ মাজত ৰুছিয়াৰ কোনো স্থান নাই, বিদেশীৰ প্ৰাণনাশী ক্ষমতাৰ প্ৰভাৱ দেশৰ চৌদিশে আগুৰি পৰা—উত্তৰে বাল্টিক সাগৰ চুইডেনৰ অধীন, দক্ষিণে কৃষ্ণসাগৰ তুৰস্কৰ তলত, উত্তৰ মহাসাগৰ বাৰমাহে বৰফেৰে ঢাক খোৱা—স্থানভূমিয়েদি ৰুছিয়াৰ সীমাত পোলেণ্ড, জাৰ্ম্মাণী, অষ্ট্ৰিয়া আদি

ক্ষমতাশালী দেশবোৰ। গতিকে বহিৰ্জগতলৈ ওলাবৰ কছিয়াৰ তেতিয়া কোনো নিজা বাট নাই। ৰাজ্যৰ শাসন নামমাত্ৰ জাৰৰ তলত। পেট্ৰিয়াৰ্ক বা ধৰ্ম্মাধ্যক্ষৰ অসীম ক্ষমতা আৰু সম্ৰাটৰ শৰীৰৰক্ষীসকলৰ অন্যায় প্ৰভুত্ব—এই দুই শক্তিয়ে অৱশিষ্ট ৰাজক্ষমতাকো পঙ্গু কৰি তুলিছিল। ৰাজশক্তিৰ এই দুৰ্দ্দশাৰ লগতে দেশবাসীসকলৰ ধৰ্ম্মান্ধতা, সামাজিক, নৈতিক আদি নানা কুসংস্কাৰ আৰু অশিক্ষাৰ বোজাই জাতীয় জীৱন সমূলক্ষে ধ্বংস কৰিবৰ উপক্ৰম কৰিছিল। কিন্তু পিটাৰৰ বৈদ্যুতিক শক্তিৰ প্ৰভাৱত ক্ৰমান্বয়ে সেই সকলো আবৰ্জ্জনা দূৰ হ'ল—মুঠে দুকুৰি বছৰৰ ভিতৰতে তেওঁ কছিয়াক য়ুৰোপৰ প্ৰধান শক্তিবৰ্গৰ মাজত উন্নত জাতিৰ শ্ৰেষ্ঠ আসনত বহুৱাই জগতৰ আগত জন্মভূমিক সম্মানিত কৰি গ'ল। মহামতি পিটাৰ আজি জগতৰ ইতিহাসত এই বাবেই চিৰ-অমৰ মহাপুৰুষ।

সেই একেদৰেই একালৰ তিনি মহাদেশৰ অধীশ্বৰ তুৰস্ক সম্ৰাটে যেতিয়া সকলো ক্ষমতা হেৰুৱাই, কনষ্টাণ্টিনোপলত, কৰলৈ গ'লে নাই-ৰাজ্যৰ ৰজা হৈ, পাৰিষদবৰ্গৰ চাটুবাক্য আৰু ধৰ্ম্মৰ কুসংস্কাৰৰ প্ৰভাৱত নিজক পাহৰি যাবৰ উপক্ৰম কৰিছিল, যি কালত অত্যাচাৰী শাসক আব্দুল হামিদৰ প্ৰাণ-নাশী শাসনৰ তলত তুৰ্কী জাতিৰ নাম সুমাব লগীয়া হৈছিল, তিলে তিলে মৰণৰ বাটেৰে আগ বাঢ়িছিল, মহাসমৰৰ পিছত যেতিয়া য়ুৰোপীয় শক্তিবৰ্গই মৰণোন্মুখ তুৰ্কীক শেষ পদাঘাতেৰে প্ৰাণান্ত কৰি, কালনেমীৰ দৰে লঙ্কাভাগ কৰিবলৈ পাঙিছিল, ঠিক এনে সময়তে তুৰস্কৰ নৱজীৱনৰ বোধনবাণী বাজি উঠিল—কামালৰ আবিৰ্ভাৱে জাতিৰ মাজত পুনৰায় প্ৰাণশক্তিৰ সঞ্চাৰ কৰিলে। যি মহাপুৰুষে শৈশৱকালত,

এনেকি দহ বছৰ বয়স নোহওঁতেই জন্মভূমিৰ ছৰ্দশাত ব্যথিত হৈ কৈ উঠিছিল, "হায় মোৰ ছখুনী মাতৃভূমি! মই তোমাক উদ্ধাৰ কৰিম।" সেই কামালে সেই দিনৰে পৰা অক্লান্ত পৰিশ্ৰমৰ ফলত, কালক্ৰমে তেওঁৰ প্ৰতিজ্ঞা সম্পূৰণ কৰি স্বৰ্গৰ দেৱতাসকলৰ আশীষ নিৰ্মালি লাভ কৰিলে, তুৰ্কীজাতিৰ শেঁতা মুখত আকৌ হাঁহিৰ ৰেখা বিৰিঙি উঠিল, তুৰস্কই পুনৰায় জগতসভাত নিজৰ ন্যায্য সম্মান লাভৰ অধিকাৰ পালে। দেশৰ অৰ্থে, জাতিৰ অৰ্থে তেওঁ যি মহৎ কাৰ্য্য সম্পাদন কৰিলে, তাক তুৰস্কই কেতিয়াও পাহৰিব নোৱাৰে। কামালেই তেওঁলোকৰ জীৱনদাতা আৰু পৃথিৱীত ঈশ্বৰৰ অৱতাৰ। সেইবাবেই এজন বিখ্যাত তুৰ্কী লিখকে লিখিছে, "বিখ্যাত নেতৃ মুস্তাফা কামাল পাছাই জাতিৰ আৰু দেশৰ লুপ্ত প্ৰাধান্য স্থাপনৰ অৰ্থে শৰীৰৰ তেজ আৰু বুকুৰ মঙহ অৰ্পণ কৰিছে। যিজনা মহাপুৰুষে তুৰ্কী জাতিক শেষ ধ্বংসৰ পৰা ৰক্ষা কৰিলে এই সাত বছৰৰ লিখিত ইতিহাসেৰে তেওঁ তুৰস্কক এখন বিখ্যাত ৰাজনৈতিক শাস্ত্ৰ দান কৰিছে—এই শাস্ত্ৰই আজি তুৰস্কৰ জাতীয় জীৱনৰ আদৰ্শ। দেশপ্ৰেমেই আজি কামালৰ প্ৰচাৰিত নতুন ধৰ্ম্ম, তেওঁৰ জীৱনীয়েই তুৰস্কৰ ধৰ্ম্মজীৱনৰ কোৰাণ। গাজীৰ বিখ্যাত বাণীসমূহ এই ধৰ্ম্মৰ আদৰ্শলিপি।"

কামালৰ প্ৰতি দেশৰ এই অনুৰাগৰ প্ৰভাৱতে তুৰস্কৰ শাসন-পৰিষদৰ সভ্য এজনে বিদেশী পৰ্য্যটক এজনৰ আগত সগৌৰৱে উত্তৰ দিছিল, "গাজীৰ কোনো দোষ বা ছৰ্ব্বলতা নাই। তেওঁ অতি সাধু পুৰুষ, মহান আৰু শিষ্টাচাৰী। তেওঁৰ ৰাজনৈতিক কাৰ্য্যাৱলী আৰু দেশহিতৈষিতাৰ বিষয়ে কোনোৱে সন্দেহ কৰিব নোৱাৰে। তেওঁৰ দোষ-গুণ বিচৰা

আমাৰ কৰ্ত্তব্যৰ ভিতৰত নহয়, অধিকাৰো নাই। মোৰ আত্ম-স্বাধীনতাই নিজৰ মানত শ্ৰেষ্ঠতম সম্পদ—কামালৰ অনুগ্ৰহত এই সম্পদ লাভ কৰিবলৈ সক্ষম হৈছোঁ। আব্দুল হামিদৰ ৰাজত্বত নিৰীহ প্ৰজাক কি অমানুষিকভাবে অত্যাচাৰ কৰা হৈছিল? ক্ষণে ক্ষণে অসংখ্য নিৰ্দোষী প্ৰাণীক নিৰ্ব্বাসিত কৰা হৈছিল, পশুৰ দৰে. নিৰপৰাধী লোকক হত্যা কৰা হৈছিল—জীৱনৰ ওপৰত কাৰো আস্থা বা আশা নাছিল। কিন্তু আজি? দেশৰ অৱস্থাৰ কি অদ্ভুত পৰিবৰ্ত্তন! এনে স্থলত, বিশ্বাস-ঘাতকত বাজে আনে কেতিয়াও গাজীৰ চৰিত্ৰ সমালোচনা কৰিব নোৱাৰে।"

নাৰী সমাজৰ ঘোৰ অৱনতিয়ে দেশৰ কৰ্ম্মশক্তিক অক্ষম কৰি তোলা দেখি এদিন কামালে মনৰ আবেগত কৈ উঠিছিল, "এই কুৰীতি লুপ্ত হব লাগিব। তুৰস্কই পূৰ্ণ গণতন্ত্ৰ স্থাপনৰ উদ্যোগ কৰিছে। জাতিৰ অৰ্দ্ধসংখ্যক মানুহক দাসত্ব শিকলিৰে বান্ধি ৰাখি এই আদৰ্শ শাসনপ্ৰণালী স্থাপন কি প্ৰকাৰে সম্ভৱ? আজিৰ পৰা ছুবছৰৰ ভিতৰত নাৰীশক্তিক এই অত্যাচাৰ, এই পৰাধীনতাৰ পৰা মুক্তি দিব লাগিব। প্ৰত্যেক মতাই ফেজ টুপীৰ সলনি ইংৰাজী টুপী পিন্ধিব আৰু প্ৰত্যেক তিৰোতাই মুখৰ ওৰণী পেলাব লাগিব। তিৰোতাসকলৰ সাহায্য নিতান্ত প্ৰয়োজন—যাতে তেওঁলোকে দেশৰ হকে নিজৰ দায়িত্ব বুজি লবলৈ সক্ষম হয়, সেই অৰ্থে তেওঁলোকক পূৰ্ণ স্বাধীনতা দিয়া অতি আৱশ্যক।" অদূৰদৰ্শী সমালোচকসকলে কামালৰ এই দৃঢ়তাপূৰ্ণ ভবিষ্যবাণীৰ গভীৰতা বুজি পোৱা নাছিল—কিন্তু ছুবছৰৰ পিছত তেওঁৰ সকলো আশা আকাঙ্ক্ষা কাৰ্য্যত পৰিণত হ'ল, তুৰস্কৰ নাৰীজাতিয়ে ছয় শতাব্দীৰ

নাসকৰ পৰা মুক্তি পালে, লগে লগে সমগ্ৰ মুছলমান জগতৰ নাৰীসমাজেও মুক্তিৰ নতুন আদৰ্শ লাভ কৰিলে।

কেৱল এদিনে নহয়, তুৰস্কৰ ৰাজনীতি, ধৰ্ম্মনীতি, অৰ্থনীতি, ভাষা, সাহিত্য, আচাৰ-ব্যৱহাৰ, সকলোতে নতুন সংস্কাৰৰ অলৌকিক তুৰ্কী জাতিক নতুন ভাবেৰে জগত সভাত উপস্থিত কৰিলে—যাদুকৰৰ যাদুশক্তিৰ দৰে কামালৰ দৈৱী শক্তিয়ে তুৰস্কক উন্নতিৰ অগ্ৰগতিত অন্ততঃ দুই শতিকা কাল আগুৱাই দিলে। ভূতপূৰ্ব্ব আমীৰ আমানুল্লাই সকলো সংস্কাৰ-আকাঙ্ক্ষা বুকত বান্ধি লৈয়ো আফগানিস্থানত যি কাৰ্য্য সাধন কৰিব নোৱাৰিলে, এনেকি নিজৰ অদূৰদৰ্শিতাত অৱশেষত সিংহাসন পৰ্য্যন্ত এৰি দিবলৈ বাধ্য হ'ল, কামালে দেশী-বিদেশী নানা বিপক্ষদলৰ পৰা আমানুল্লাতকৈ দৃঢ়তৰ বাধাৰ সন্মুখীন হৈয়ো, এনেকি ধৰ্ম্ম সম্প্ৰদায়ৰ ভীষণ প্ৰতিপক্ষতাক উপেক্ষা কৰিও, ৰাজনৈতিক নিপুণতা আৰু সংস্কাৰকৰ ধৈৰ্য্যেৰে সেই অসাধ্য সাধন কৰি জগতৰ ইতিহাসত অশেষ যশস্যা উপাৰ্জ্জন কৰিলে। এইবাবেই তুৰস্কৰ ৰাজনীতি ক্ষেত্ৰত কামাল জগতৰ সৰ্ব্বশ্ৰেষ্ঠ মহাপুৰুষৰূপে পৰিগণিত হ'ল।

য়ুৰোপীয় জাতিবিলাকে পোন প্ৰথমে কামালৰ এই মহত্ব স্বীকাৰ কৰিবলৈ দ্বিধা বা সঙ্কোচৰ ভাব প্ৰকাশ কৰিলেও, কালক্ৰমে তেওঁৰ আকৰ্ষণী শক্তিত, সকলো জাতি তুৰস্কৰ কাষ চাপি আহি সেও হ'ল আৰু কামালৰ লগত মিত্ৰতা স্থাপন কৰি গৌৰৱ অনুভৱ কৰিলে। এনেকি গ্ৰীচৰ প্ৰধান মন্ত্ৰী মিঃ ভেনিজিলছে পাঁচ শ বছৰৰ শত্ৰুতা পাহৰি গৈ, তুৰস্কৰ ৰাজধানী এঙ্গোৰাত কামালৰ লগত সন্ধি স্থাপন কৰিলে — কামালেও পূৰ্ব্ব শত্ৰুতা আঁতৰাই থৈ তেওঁক আন্তৰিক অভিবাদন জনালে।

দহ বছৰ পূৰ্ব্বে মিঃ ভেনিজিলছে যি এলোৰক নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলৈ আকাঙ্ক্ষা কৰিছিল, আজি সেই ঠাইতে এই শান্তিৰ সূত্ৰপাত ! কামালৰ কদ্ৰশক্তিৰ পৰিচয় পাবলৈ কাৰো বাকী নাথাকিল। এই শক্তিৰ মৰ্ম্মকথা উপলব্ধি কৰিয়েই জাৰ্ম্মানীৰ প্ৰসিদ্ধ দাৰ্শনিক পণ্ডিত কাউণ্ট হাৰমেনে কৈছিল—

"মই গণ প্ৰচেষ্টাৰ প্ৰশংসা কৰোঁ। শৃঙ্খলাৰ মহাধৰ্ম্মৰ ওপৰত মোৰ সম্পূৰ্ণ আস্থা আছে। মোৰ বিবেচনাৰে, পোনতে কেইজনমান নেতাই আগৰণুৱা হৈ ওলাই দৃঢ়তাৰে নানা কাম হাতত লোৱাই কৰ্ত্তব্য। গণতন্ত্ৰৰ প্ৰতিষ্ঠাৰ বাবে যি নেতৃত্বৰ সৃষ্টি, তাক মই সমৰ্থন কৰোঁ।—কামাল পাছাৰ যোগ্য নেতৃত্বত তুৰস্কৰ নবীন শক্তিলাভ মোৰ এই কথাৰ উদাহৰণ।"

"তৰুণ তুৰস্কৰ নব চেতনা পৃথিবীৰ শ্ৰেষ্ঠতম ৰাজনৈতিক ক্ৰমবিকাশ। জাৰ্ম্মাণ সাম্ৰাজ্যৰ অন্তৰ্গত ৰাজ্যসমূহৰ মাজত ভ্ৰাতৃতন্ত্ৰ স্থাপনৰ পিছত জগতৰ ইতিহাসত এনে ৰাজনৈতিক ঘটনা কোনো দিনো ঘটা নাই। কামাল নব্যযুগৰ অন্যতম অৱতাৰ। প্ৰকৃতি আৰু পৰিধিৰ ফালৰ পৰা চাবলৈ গলে তেওঁৰ সংস্কাৰ-আন্দোলনবোৰ পৃথিবীৰ ভিতৰত অতুলনীয়। সমগ্ৰ প্ৰাচ্য-চৰিত্ৰৰ ওপৰত তেওঁৰ প্ৰভাৱ অপ্ৰতিহত। প্ৰাচ্যৰ ন্যায্য উচ্চাকাঙ্ক্ষা মুস্তাফা কামালৰ আদৰ্শেৰে পৰিস্ফুট হব। প্ৰাচ্যৰ পৰাধীন আৰু দুৰ্ব্বল জাতি সমূহৰ পক্ষে তৰুণ তুৰ্কী জলন্ত প্ৰদীপ স্বৰূপ।"

—দুই—

## প্ৰাচ্য সমস্যা

য়ুৰোপত যেনেকৈ বেলজিয়ম য়ুৰোপীয় শক্তিবৰ্গৰ সমৰক্ষেত্ৰ, ঠিক তেনেকৈ, আজি নহয় ছয় শতিকা ধৰি তুৰস্ক প্ৰাচ্য আৰু পাশ্চাত্য শক্তিৰ মিলনস্থল, প্ৰাচ্য আৰু প্ৰতীচ্য সভ্যতাৰ মধ্যবৰ্ত্তী ৰেখাভূমি। পাশ্চাত্যৰ যুদ্ধলিপ্সাত বেলজিয়মৰ স্বকীয়া অস্তিত্ব আজি নাই বুলিবই পাৰি, যিখিনি আছে, তাক অনুগ্ৰহস্বৰূপে বিদেশী শক্তিৰ স্বাৰ্থ ৰক্ষাৰ্থে বিদেশীৰ পৰা পোৱা। গতিকে বেলজিয়মৰ প্ৰাণান্ত কৰি আজি য়ুৰোপৰ ৰণলোলুপ জাতিসমূহে তাৰ ভৱিষ্যত সম্পৰ্কে নিশ্চিন্ত হৈছে, বেলজিয়মক লৈ কোনো নতুন সমস্যাৰ উদয় হোৱা নাই।

কিন্তু তুৰস্ক বেলজিয়মৰ দৰে শক্তিহীন দেশ নহয়। যাৰ ক্ষমতাৰ প্ৰভাৱ এখন দেশৰ চৌসীমাৰ ভিতৰতে আবদ্ধ নহয়, এছিয়া, য়ুৰোপ, আফ্ৰিকা,—এই তিনিও মহাদেশৰ ওপৰতে এদিন ব্যাপ্ত আছিল, সেই জাতিয়ে কেতিয়াও বিদেশীৰ অঙ্গুলিসঙ্কেতৰ দ্বাৰা নিজৰ ভাগ্য নিৰ্ণয় কৰিবলৈ সাজু নহয়। সঁচাকৈ কৃষ্ণসাগৰৰ পৰা দক্ষিণে নীল নদীৰ মোহানালৈকে এই ঠাই ডোখৰ প্ৰাচ্য প্ৰতীচ্য, দুয়ো পক্ষৰে জাতীয় জীৱনত বৰ আৱশ্যকীয় দেশ—ইয়াৰ বুকত কালক্ৰমে যি সভ্যতাৰ জন্ম হৈছে, সি হয় প্ৰাচ্য, নহলে পাশ্চাত্য। যুগৰ পিছত যুগ পাৰ হৈ গ'ল, কিন্তু প্ৰত্যেক যুগতে এই দেশৰ প্ৰভাৱ এঠাইত নহয়, এঠাইত বিস্তাৰিত হৈ আহিছে। ছয় শতিকা ধৰি এই দেশ তুৰস্কৰ শাসনৰ তলত। অটোমেন সাম্ৰাজ্যৰ আৰম্ভনিৰে পৰা আজিলৈকে সেয়েহে য়ুৰোপৰ চকু এই

তুৰুকৰ ওপৰত। বিশেষকৈ যিদিনা, পঞ্চদশ শতিকাৰ মাজভাগত বাদছাহ দ্বিতীয় মহম্মদে একালৰ সাম্ৰাজ্যগৰ্ব্বী গ্ৰীক জাতিৰ পৰা তেওঁলোকৰ শেষ সম্বল ইস্তাম্বুল পৰ্য্যন্ত কাঢ়ি ললে, তেতিয়া য়ুৰোপে এই মৰ্ম্মান্তিক আঘাত নীৰৱে সহি থাকিব নোৱাৰিলে। কিন্তু তুৰুকৰ বিৰুদ্ধে কোনো ধৰ্ম্মযুদ্ধ ঘোষণা কৰা সম্ভৱ নহ'ল, কাৰণ তেতিয়া মধ্যযুগক বিদায় সম্ভাষণ জনাই, তাৰ লগতে ধৰ্ম্মোন্মত্ততাকো বিসৰ্জ্জন দি য়ুৰোপীয় জাতিবিলাকে নবযুগৰ জাতীয়তাৰ প্ৰেৰণাত জাতিগঠনত মন দিছিল! ধৰ্ম্মযুদ্ধ সম্ভৱ নহ'ল আৰু য়ুৰোপে ঘূৰি তুৰুকৰ লগতে সন্ধি কৰিবলৈ বাধ্য হ'ল—কিন্তু তুৰুকৰ ক্ষমতাৰ প্ৰভাৱত য়ুৰোপৰ যি অন্তৰ্দাহ উপস্থিত হ'ল, সি লোপ নাপালে, বৰং সময়ৰ লগে লগে বাঢ়ি আহিবলৈ ধৰিলে। এই আন্তৰিক জ্বালাৰ উমনিত প্ৰাচ্য সমস্যাৰ সৃষ্টি। তুৰুকৰ ভৱিষ্যত কেনেকৈ নিজ ক্ষমতাৰ অধীনলৈ অনা যায়, এয়ে য়ুৰোপৰ প্ৰধান চিন্তাৰ বিষয় হ'ল।

ভাৰতৰ বাণিজ্যপথ তেতিয়া ভেনিছ গণতন্ত্ৰৰ হাতত। ভেনিছৰ সদাগৰসকলৰ সহায়তাত সিদিনা য়ুৰোপৰ বণিক সম্প্ৰদায় ৰত্নগৰ্ভা ভাৰতৰ ধনসম্পদৰ ওপৰত সম্পদশালী। কিন্তু তুৰ্কী বাদছাহ চেলিমে মিছৰ অধিকাৰ কৰাৰ লগে লগে যি দৰে ইছলামৰ ধৰ্ম্মনেতৃত্ব-খিলাফৎ তুৰুকৰ হাতলৈ আহে, তেনেকৈ সিৰাস্ত অধিকাৰৰ দ্বাৰা প্ৰাচ্যৰ বাণিজ্য পথো তুৰুকই অধিকাৰ কৰিলে। সিদিনাই তুৰুকৰ সম্ৰাটে নিজক তিনি মহাদেশ আৰু দুই সাগৰৰ অধীশ্বৰ বুলি জগতৰ আগত পৰিচয় দিলে। কিন্তু তুৰুকৰ এই সৌভাগ্যত য়ুৰোপৰ বিষম দুৰ্দ্দশা উপস্থিত হ'ল। ৰাজনৈতিক ক্ষমতালাভত যেনেকৈ এদিনে য়ুৰোপীয় জাতিসকলে প্ৰমাদ গণিলে, তেনেকৈ বণিক সম্প্ৰদায়ৰ বাণিজ্যত বাধা পৰাত য়ুৰোপৰ

বিশেষ আৰ্থিক ক্ষতি হ'ল। প্ৰাচ্য সমস্যাই সিদিনা নিজ মূৰ্ত্তি প্ৰকাশ কৰিলে। তুৰস্কক য়ুৰোপৰ পৰা খেদি দিয়াৰ উদ্দেশ্যে সিদিনা য়ুৰোপীয় বিভিন্ন জাতিবিলাক সংঘবদ্ধ হ'ল। ভাৰতৰ বাণিজ্য পথ বন্ধ হোৱাত বণিকসকলে ভাৰতলৈ নতুন বাট উলিয়াবলৈ চেষ্টা কৰিলে—সেই চেষ্টাৰ মূলতেই আমেৰিকা আবিষ্কাৰ।

কাল ক্ৰমে যেতিয়া তুৰস্কৰ সম্ৰাটসকল নিজৰ প্ৰভুত্ব আৰু ঐশ্বৰ্য্যৰ দৰ্পত অত্যাচাৰী হৈ আহিবলৈ ধৰিলে, দেশত কু-শাসনৰ লগে লগে তেওঁলোকৰ শক্তি সামৰ্থ্যও হীন হৈ আহিল। যি বিশিষ্ট সামৰিক শক্তিৰ সাহায্যত এদিন তেওঁলোকে প্ৰাচ্য-পাশ্চাত্যত নিজ ক্ষমতা বিস্তাৰ কৰিছিল, এতিয়া অনাদৰ অৱহেলাত সেই শক্তিৰো হ্ৰাস হ'ল। বিদেশী শত্ৰুৱে এই সুযোগতে হেৰোৱা ক্ষমতাৰ পুনৰুদ্ধাৰৰ চেষ্টা কৰিলে। সপ্তদশ শতিকাৰ শেষ ভাগত য়ুৰোপৰ এই চেষ্টা কিছু দূৰ সফল হ'ল—ইংলণ্ডই তুৰস্কক নিজৰ অভিষ্ট সিদ্ধিৰ কেন্দ্ৰ স্বৰূপে ব্যৱহাৰ কৰিবলৈ ধৰিলে।

কিন্তু ৰুছিয়াই ইংলণ্ডৰ এই একাধিপত্যত সন্তুষ্ট হব পৰা নাছিল। সেই দেখি প্ৰায় দেৰ শ বছৰৰ পিছত ৰুছিয়াই তুৰস্ক-শাসিত দেশবোৰ ইংলণ্ডৰ লগত ভগাই লবলৈ প্ৰস্তাব কৰিলে। এইদৰে নিজৰ ঐশ্বৰ্য্য লাভত আনে হেতা-ওপৰা কৰাটো ইংলণ্ডই কিন্তু ভাল নাপালে; সেই দেখি যাতে ৰুছিয়াৰ প্ৰভাৱ তুৰস্কত সমূলি সোমাব নোৱাৰে তাৰ বাবে ফ্ৰান্স আৰু ইংলণ্ডই তুৰস্কক ৰুছিয়াৰ বিৰুদ্ধে সাহায্য কৰিবলৈ আগ বাঢ়ি গ'ল। ইতিহাসৰ পিঠিত এয়ে ক্ৰিমিয়াৰ যুদ্ধ নামে জনাজাত। আজি বেলজিয়মৰ যেনে অৱস্থা, তুৰস্কৰো ঠিক তেনেকৈ



কামালৰ প্ৰধান মন্ত্ৰী ইছামত পাছা



আধুনিক তুৰ্কী নাৰীয়ে কামালক অভিবাদন জনাইছে

প্ৰাচ্য আৰু পাশ্চাত্যৰ মধ্যৱৰ্ত্তী দেশ হিচাপে ৰাখিবলৈ য়ুৰোপৰ সন্মিলিত শক্তিয়ে ৰুছিয়াৰ বিৰুদ্ধে থিয় দিলে। কিন্তু সমস্ত জগতে বিস্ময় মানিলে —তুৰস্ক আৰু ৰুছিয়াৰ মাজত শত্ৰুভাৱ আঁতৰি মিত্ৰতাহে স্থাপিত হ'ল। এই মিত্ৰতা ভঙ্গ কৰিব নোৱাৰি কূটৰাজনীতিক বিছমাৰ্কৰ সভাপতিত্বত বাৰ্লিনত এখন সভা পাতি য়ুৰোপীয় জাতিসকলে থিৰ কৰিলে যে আন আন জাতিৰ দৰে তুৰস্ককো এনে এটি শক্তিশালী জাতিত পৰিণত কৰা কৰ্ত্তব্য, যাতে আন কোনো পৰাক্ৰমী জাতিয়ে তুৰস্কৰ ওপৰত অত্যাচাৰ কৰি নিজৰ স্বাৰ্থসিদ্ধিৰ পথ সুগম কৰিব নোৱাৰে—আৰু বিশেষতঃ এই জাতীয়ভাৱ দিনত প্ৰত্যেক জাতিয়ে যাতে আত্মপ্ৰতিষ্ঠা কৰিব পাৰে, তাৰ অৰ্থেও আন স্বাধীন জাতিসমূহে যত্নৰ ত্ৰুটী কৰা বাঞ্ছনীয় নহয়। সেই হেতুকে, তুৰস্ককো সেই সুবিধা দান কৰা বিধেয়। কিন্তু যেতিয়া-লৈকে তুৰস্কই নিজৰ কৰ্ত্তব্য সম্পূৰ্ণৰূপে সাধনক্ষম নহয়, তেতিয়ালৈকে ইংলণ্ডই তাৰ ওপৰত অভিভাৱকত্ব কৰিব আৰু সকলো প্ৰকাৰে তুৰ্কীৰ জাতীয় উন্নতিত সহায়তা কৰিব। বিছমাৰ্কৰ তীক্ষ্ণ বুদ্ধিয়েও ইংৰাজৰ এই ৰাজনৈতিক চাতুৰী বুজিব নোৱাৰিলে আৰু তুৰ্কী চুলতানেও অতৰ্কিতে পুৰস্কাৰ স্বৰূপে চাইপ্ৰাছ দ্বীপ ইংৰাজক এৰি দি আত্মপ্ৰসাদ লাভ কৰিলে। যি বাণিজ্য-পথ কিবাই পাবৰ বাবে ভেনিছে তুৰস্কৰ লগত প্ৰায় চাৰি শ বছৰ যুঁজি আছিল, ইংৰাজ ৰাজনীতিৰ কূট-জালত বাৰ্লিনৰ সন্ধিত সেই পথ ইংলণ্ডৰ অধিকাৰভুক্ত হ'ল—ভাৰতৰ দুৱাৰৰ চাবি আকৌ বিদেশীৰ হাত কৰিলে। জগতত ইংৰাজে প্ৰচাৰ কৰি দিলে যে প্ৰাচ্য সমস্যাৰ সমাধান হৈ গৈছে, তুৰস্কৰ মৰণ-ডঙ্কা বজাল এই বাতৰিয়ে য়ুৰোপৰ প্ৰাণত পুলকৰ সঞ্চাৰ কৰিলে।

কিন্তু তেতিয়াও ইস্তাম্বুল আৰু কনষ্টাণ্টিনোপল তুৰস্কৰ হাতত। গতিকে য়ুৰোপৰ মনৰ খুদুৱনি সম্পূৰ্ণে লোপ পোৱা নাই।

এনেতে কিছুদিন পিছত মহাসমৰৰ অগ্নিশিখা জ্বলি উঠিল। তুৰস্কই সকলো হাক-বাধা উপেক্ষা কৰি জাৰ্ম্মানীৰ লগত যোগ দিলে। কিন্তু মহাযুদ্ধৰ পিছত তুৰস্কৰ সাম্ৰাজ্যশক্তি লোপ কৰাই য়ুৰোপৰ প্ৰধান চেষ্টা হৈ পৰিল, আৰু কনষ্টাণ্টিনোপলক তুৰস্কৰ শাসনৰ পৰা উলিয়াই আনি আন্তৰ্জাতিক কেন্দ্ৰ স্বৰূপে ৰাখিবলৈ মন মেলিলে। কিন্তু হঠাৎ এদিন এই নীতিৰ পৰিবৰ্ত্তন ঘটিল। মিত্ৰপক্ষই তুৰস্কৰ লগত সন্ধি কৰিলে—কনষ্টাণ্টিনোপল আগৰ দৰেই তুৰ্কীৰ শাসনৰ তলত থাকি গ'ল - য়ুৰোপ আৰু আমেৰিকাই দীঘল হুমুনিয়া কাঢ়ি আক্ষেপৰ সুৰে কলে—প্ৰাচ্য সমস্যাৰ সমাধান আৰু হৈ নুঠিল। সি যি হ'ক, তুৰস্কৰ ৰাজনৈতিক কৌশলত ইংৰাজ আৰু ফৰাচীৰ মাজত তুৰস্ক ভগাই লোৱা কল্পনা ব্যৰ্থ হ'ল। ইংৰাজে কনষ্টাণ্টিনোপল আৰু ইস্তাম্বুল জয় কৰিলে, পৃথিৱীৰ আন আন দেশৰ বিশেষকৈ ভাৰতীয় মুছলমান সমাজ ক্ষুব্ধ হব—তেতিয়া হলে ইংৰাজৰ ভেদনীতি ভাৰতীয় ৰাজনীতিত ব্যৰ্থ হব আৰু হিন্দু-মুছলমান, দুয়ো সম্প্ৰদায়ে একযোগে জাতীয় আন্দোলনত যোগ দিব। ফ্ৰান্সে বুজি পালে যে ইস্তাম্বুলত ইংৰাজক ইমান প্ৰবল হবলৈ দিয়াটো যুক্তিসঙ্গত নহয়, আৰু গ্ৰীছে বুজিলে যে তুৰস্কতকৈ প্ৰবলতৰ শত্ৰুক দুৱাৰমুখলৈ মাতি অনা অদূৰদৰ্শিতাৰ কাম।

কিন্তু এই সন্ধি মতে এচিয়া মাইনৰৰ তুৰস্কৰ অধীনৰ ঠাইবোৰ গ্ৰীছৰ তললৈ আহিল—গতিকে চুলতান সন্মত হলেও কামালৰ দলে তাত সন্তুষ্ট হব নোৱাৰিলে। তেওঁলোকৰ পৰাক্ৰমৰ আগত টিকিব

নোৱাৰি গ্ৰীকবিলাকে সেই ঠাই এৰি গুচি গ'ল। ইফালে কামালৰ পৰামৰ্শত তলে তলে কছিয়া, ইটালী আৰু ফ্ৰান্সৰ লগত গুপ্তসন্ধি স্থাপিত হ'ল—কথা বিষম দেখি গ্ৰীছৰ লগত যোগ নিদি ইংলণ্ড নিৰপেক্ষ হৈ থাকিল। গ্ৰীকবিলাকে এচিয়া মাইনৰ এৰি দিলে। অৱশেষত য়ুৰোপীয় শক্তিসমূহে উপায়ান্তৰ নেদেখি ১৯২২ চনত তুৰস্কৰ লগত শান্তি স্থাপন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। লুজেইনৰ সন্ধিপত্ৰত কামালৰ পক্ষৰ পৰা ইছমত পাছাই গৈ নব্য তুৰ্কীৰ ন্যায্য দাবী প্ৰতিপন্ন কৰি আহিল। গতিকে য়ুৰোপে আজি তিনি শ বছৰৰো ওপৰ কাল, যি দৰে তুৰস্কৰ ধ্বংসৰ ওপৰত প্ৰাচ্য সমস্যাৰ সমাধান প্ৰতিষ্ঠা কৰিব খুজিছিল, কালক্ৰমে তাৰ ওলোটাটোহে ঘটিল। পাশ্চাত্যৰ কূটনীতিমূলক তুৰস্কৰ মৰণক্ৰীড়াৰ আশ্ৰয়তে নব্যতুৰ্কীৰ প্ৰাণ প্ৰতিষ্ঠা হ'ল আৰু তাৰ সমাধান কৰিলে কামাল পাছাই। তুৰস্কৰ কৃতজ্ঞ প্ৰজাসকলে কামালক 'গাজী' অৰ্থাৎ 'বিজয়ী' উপাধি দিলে।

—তিনি—

## তৰুণ তুৰ্কী

তেতিয়া উনৈশ শতিকাৰ শেষভাগ। তুৰস্কই বাৰ্লিনৰ অপমানজনক সন্ধিৰ কথা পাহৰি যাব পৰা নাই। একালে বিদেশীৰ অপৰিসীম অত্যাচাৰ, আন ফালে চুলতানৰ গভীৰ উদাসীনতা—জাতিৰ অধঃপতন ক্ৰমে বাঢ়ি যাবলৈ ধৰিলে। দেশৰ তৰুণৰ দল চঞ্চল হৈ উঠিল, তেওঁলোকে এই দুৰ্দ্দশাৰ প্ৰতিকাৰৰ অৰ্থে চুলতানৰ কাষ চাপিল, ফলত নানা নিৰ্য্যাতন আৰম্ভ হ'ল, দেশৰ ৰাজনীতিত অভিজ্ঞ বুঢ়াবিলাকে এই অনাচাৰ, অত্যাচাৰ চকুৰ আগত দেখিও শেষ বয়সৰ দুৰ্ব্বল হুমুনিয়া কাঢ়ি কলে—খোদাৰ মৰ্জ্জি নহ'লে মানুহে কোনো কামতে সিদ্ধি লাভ কৰিব নোৱাৰে, তেওঁলোকতকৈ ডেকা শ্ৰেণীয়ে অতিমাত্ৰিক উদাৰতাৰে কৈ উঠিল—এনেবোৰ সকসুৰা কথাই তেওঁলোকৰ মন বিচলিত ক'ৰিব নোৱাৰে। কিন্তু তৰুণ সম্প্ৰদায়ে, দেশবাসীৰ এই ঘোৰ অৱনতিত ক্ষুব্ধ হলেও, হতাশ নহৈ সংকল্প কৰিলে—এই অচেতন জাতিৰ মাজত চেতনাৰ সঞ্চাৰ কৰিবই লাগিব। বিপ্লৱৰ আনন্দত তেওঁলোকৰ ডেকা তেজ উথলি উঠিবলৈ ধৰিলে।

তৎক্ষণাৎ "তৰুণ-তুৰ্কী" নামে এটি দল গঠিত হ'ল। কিন্তু চুলতানৰ দৰে অত্যাচাৰী শাসকৰ তলত স্বদেশত থাকি কোনো বিপ্লৱসূচক কাৰ্য্য সাধন সম্ভৱ নহয় দেখি তেওঁলোকে পেৰিচ আৰু য়ুৰোপৰ আন আন ঠাইত সমিতিৰ কেন্দ্ৰস্থান পাতিলে। আনোৱাৰ পাছা দলৰ নেতৃপদত প্ৰতিষ্ঠিত হ'ল। তুৰস্কৰ যুৱকসকলে অতি আগ্ৰহেৰে এই আন্দোলনত

যোগ দিলে আৰু অলপ দিনৰ ভিতৰতে তেওঁলোকৰ কৰ্মীৰ সংখ্যা বাঢ়ি গ'ল। মুক্তিবীৰ আনোৱাৰৰ পৰামৰ্শত দলৰ সভ্যসকলে থিৰ কৰিলে যে নিজে কোনো কাৰ্য্যপদ্ধতি অৱলম্বন কৰাৰ পূৰ্ব্বে, বিদেশৰ নানা ঠাইৰ বিপ্লৱীদলৰ লগ লাগি তেওঁলোকৰ কাৰ্য্য প্ৰণালী অধ্যয়ন কৰা উচিত। কিছুদিন পিছত আনোৱাৰে ভালকৈ বুজি পালে যে চুলতানৰ সৈন্যদলত প্ৰভাৱ স্থাপন কৰিব নোৱাৰিলে নিজাকৈ এটি সৈন্যদল গঠন কৰি বিদ্ৰোহৰ সৃষ্টি কৰা সম্ভৱপৰ নহয়। গতিকে এই সময়ৰ পৰা 'তৰুণ তুৰ্কী'ৰ এটা দলে তুৰন্ততো কাম আৰম্ভ কৰিলে। দেশৰ প্ৰতি অঞ্চলত নানা শাখা সমিতি স্থাপিত হ'ল—চুলতানৰ সৈন্যৰ মাজত বিপ্লৱ প্ৰচাৰ কৰাই যাৰ উদ্দেশ্য। ক্ৰমে দেশৰ ছাত্ৰসম্প্ৰদায়ৰ পৰা দলে দলে উৎসাহী ডেকাই আহি এই গুপ্ত সমিতিত যোগ দিলে। কামাল তেতিয়া চেলোনিকাৰ সামৰিক শিক্ষালয়ৰ ছাত্ৰ।

ইংৰাজী ১৮৮০ চনত চেলোনিকাৰ এজন দুখীয়া মানুহৰ ঘৰত কামালৰ জন্ম। তেওঁৰ পিতাকে চুলতানৰ তলত সামান্য এটি চাকৰী কৰি পৰিয়ালক পোহপাল দিছিল। কামালৰ বয়স যেতিয়া তিনি কি চাৰি তেতিয়াই তেওঁৰ পিতৃবিয়োগ ঘটে। যদিও পিতৃহীন কামালে এই ঘটনাত মৰণান্তিক শোক পালে, তথাপি, কোনে জানে, বিধাতাপুৰুষে ভাললৈকেই এই বুঢ়া বয়সত তেওঁক সংসাৰৰ পৰা আঁতৰাই নিলে? নহলে, শিবাজীৰ আচৰণত অতিষ্ঠ হৈ বিজাপুৰৰ নবাবে শাহজীক বন্দী কৰি ৰখাৰ দৰে, কামালৰ হকে কামালৰ বুঢ়া বাপেকেও প্ৰাণ হেৰুৱাব নালাগিলহেঁতেন বুলি কোনে কব পাৰে?

মাক আৰু আবুয়েকৰ তত্বাৱধানত কামালৰ বয়স বাঢ়ি আহিল।

বয়স হ'লত, তেওঁক স্থানীয় স্কুল এখনত ভৰ্ত্তি কৰি দিয়া হ'ল। কামালে নিজৰ তীক্ষ্ণ বুদ্ধিৰ বলত স্কুলৰ ছাত্ৰসকলৰ মাজত বিশেষ প্ৰতিপত্তি লাভ কৰিলে। তেতিয়া 'তৰুণ তুৰ্কী'ৰ প্ৰভাৱ দেশত ক্ৰমান্বয়ে বিস্তাৰ হৈ আছিছে। কামালেও এই প্ৰভাৱৰ পৰা আঁতৰি থাকিব নোৱাৰিলে। তেওঁ সহপাঠীসকলৰ লগত দেশৰ অৱনতিৰ কথা আলোচনা কৰি, এই পৰাধীনতাত মনত বৰ বেজাৰ পালে আৰু দহ বছৰ বয়স নোহওঁতেই তেওঁলোকৰ আগত প্ৰতিজ্ঞা কৰিলে—দেশৰ এই অপমান তেওঁ দূৰ কৰিবই। কামালৰ দৃঢ়তাৰ ওপৰত ছাত্ৰসকলৰ অটল বিশ্বাস আছিল, গতিকে এই প্ৰতিজ্ঞাকো তেওঁলোকে উলাই নকৰিলে, বৰং প্ৰত্যেকেই তেওঁক এই কাৰ্য্য সাধনত সাহায্য কৰিবলৈ প্ৰতিশ্ৰুতি দিলে।

কামালে সৰু কালৰে পৰা ইতিহাস বৰ ভাল পাইছিল। তেওঁ এতিয়া আগতকৈও বেছি উৎসাহেৰে ইতিহাস পাঠত মন দিলে। অতীত কালত কোন দেশৰ অৱস্থা কেনে আছিল, কোন জাতিয়ে কি কাৰণে বিদেশী শত্ৰুক খেদাই পৰাধীনতাৰ পৰা উদ্ধাৰ পাব নোৱাৰিলে, শেষত কেনেকৈ সেই জাতিৰ মুক্তিৰ লাভ ঘটিল—এইবোৰ অনুসন্ধান কৰাই তেওঁৰ প্ৰধান কাম হৈ উঠিল। গ্ৰীকপণ্ডিত এৰিষ্টটলে এশ আশি খন ব্যৱস্থা প্ৰণালী আৰু ইতিহাস অধ্যয়ন কৰি ৰাজনীতিৰ অমৰ গ্ৰন্থ 'পলিটিক্স' লিখিছিল, কামালেও কোমল ছাত্ৰাৱস্থাতে তুৰস্কৰ ভৱিষ্যত শাসন প্ৰণালী কেনেকুৱা হব, তাক আলোচনা কৰি এখন কাকত লিখি উলিয়াই সহপাঠীসকলৰ মাজত প্ৰচাৰ কৰিলে, কামালৰ বন্ধুসকলে তেওঁৰ বুদ্ধিৰ প্ৰখৰতা দেখি বৰকৈ সলাগিলে।

কিছুদিন পিছত তেওঁৰ সহপাঠী এজনৰ লগত কিবা কথাত কামালৰ

কাজিয়া লাগে। শিক্ষকে এই গোলমালত ধৈৰ্য্য হৈ কামালক ভীষণ শাস্তি দিলে। কিন্তু কাজিয়া এনে বিষম হোৱা নাছিল যে স্কুলৰ কাৰ্য্যত কোনো ব্যাঘাত ঘটিব পাৰে। গতিকে সকলো ছাত্ৰই শিক্ষকৰ এনে গৰ্হিত আচৰণত আপত্তি কৰি কামালৰ প্ৰতি গভীৰ সহানুভূতি জনালে—কামালৰ স্বাধীনতাকামী বীৰ-হৃদয়ে কিন্তু এই বিষম অন্যায় সহি থাকিব নোৱাৰিলে। তেওঁ স্কুল এৰি গুচি আহিল। ইয়াৰ পিছত কোনোৱে তেওঁক স্কুললৈ ঘূৰাই নিবলৈ সমৰ্থ নহ'ল। পুৰণিপন্থী মাক আৰু আবুৱেকেও কোনো বিশেষ আপত্তি নকৰিলে।

স্কুল এৰি অহাৰ পিছত কামালে প্ৰায়েই বাটে-পথে আন আন ল'ৰাৰ লগত খেমালি কৰি ফুৰিবলৈ ধৰে। যেতিয়া চুলতানৰ সৈন্য-বিলাকে যুঁজাৰুৰ সাজ পিন্ধি বাজ আলিয়েদি 'মাৰ্চ' কৰি যায়, কামালে একাগ্ৰতাভৰা চকুৰে তেওঁলোকৰ ফালে চাই থাকে আৰু নিজেও তালৈকে সাজ পাৰ পিন্ধি সৈনিকৰ ভাও দি আনন্দ উপভোগ কৰে। এনে দৰে ক্ৰমে তেওঁৰ মনত সৈন্য বিভাগৰ প্ৰতি আগ্ৰহ বাঢ়ি আহিল। এনেতে এদিন শুনিলে, সেই গাৱঁৰে এজন তেওঁৰ সমবয়সী বন্ধুৱে সামৰিক স্কুলত ভৰ্ত্তি হবলৈ মন কৰিছে। কামালেও মাকক ধৰলৈ ধৰিলে—তেওঁ যুঁজ কৰিবলৈ শিকিব। মাক আৰু আবুৱেকে কিন্তু কোনো প্ৰকাৰে এই প্ৰস্তাৱত সম্মতি নিদিলে। ঘৰৰ পৰা এই দৰে বাধা পায়ো তেওঁৰ উৎসাহী মন হতাশ নহ'ল—মাকৰ আদেশ উপেক্ষা কৰিও কামালে মনে মনে চেলোনিকাৰ সামৰিক স্কুলত যোগ দিলে। মাক আৰু আবুৱেকে পিছত এই কথা জানিলেও তেওঁৰ মনৰ গতি

আৰু সজ ইচ্ছাত বাধা নিদিলে। কিছুদিনৰ পিছত এই স্কুলৰ শেষ পৰীক্ষাত কামাল উত্তীৰ্ণ হ'ল।

ইয়াৰ পিছত মনাষ্টৰৰ সামৰিক কলেজত তেওঁ ভৰ্ত্তি হ'ল। সেই সময়ত ইস্তাম্বুলৰ সামৰিক বিশ্ববিদ্যালয়ত "তৰুণ তুৰ্কী"ৰ অসীম প্ৰভাৱ। কৰ্ত্তৃপক্ষই গতিক বিষম দেখি আদেশ জাৰী কৰিলে—ছাত্ৰসকলে জাতীয়তাবাদী কোনো প্ৰবন্ধ বা গ্ৰন্থাদি পাঠ কৰিব নোৱাৰিব। কিন্তু ছাত্ৰসকলৰ মন সেই ফালেহে বেছিকৈ আকৃষ্ট হ'ল আৰু আগেয়ে যিসকলে বিপ্লৱীদলৰ লগত কোনো সহায়তা বা সহযোগিতা কৰা নাছিল, তেওঁলোকেও কৌতূহলী হৈ এই আন্দোলনত যোগ দিলে। দিন যোৱাৰ লগে লগে সকলোৰে অন্তৰত দৃঢ় ধাৰণা হ'ল যে বৰ্ত্তমান শাসনপ্ৰণালী অতিশয় স্বেচ্ছাচাৰমূলক আৰু জাতীয় উন্নতিৰ পৰিপন্থী—গতিকে যিমান সোনকালে সম্ভৱ হয়, তাৰ উচ্ছেদসাধনেই কৰ্ত্তব্য। ইস্তাম্বুলৰ ছাত্ৰসকলৰ আদৰ্শেৰে কামালেও মনাষ্টৰত "মুক্তিসংঘ" নামে গুপ্ত সমিতি এটি প্ৰতিষ্ঠা কৰিলে—দলৰ মতবাদ প্ৰচলনৰ অৰ্থে এখনি কাকতো সম্পাদন কৰিবলৈ ধৰিলে। এই দুয়ো প্ৰতিষ্ঠানৰে সম্পাদক কামাল।

কিন্তু কৰ্ত্তৃপক্ষৰ তীক্ষ্ণদৃষ্টিৰ আগত কলেজত থাকি এই কাৰ্য্য সম্পাদন কৰা কামালৰ পক্ষে অসম্ভৱ হৈ উঠিল। কৰ্ত্তৃপক্ষই যেতিয়া কামালক সংযত কৰিবলৈ চেষ্টা কৰিলে, তেওঁ কলেজ এৰি চহৰৰ একোণৰ ঘৰ এটিত সমিতিৰ কেন্দ্ৰ স্থাপন কৰিলে। তাতো কিন্তু তেওঁ বিপদৰ হাত সাৰিব নোৱাৰিলে। চুলতানৰ চোৰাংচোৱাৰ মুখেৰে সকলো কথা কৰ্ত্তৃপক্ষৰ কাণলৈ গ'ল—কামাল আৰু তেওঁৰ সহকৰ্ম্মীসকলক

ধৰি. আনি চাৰি মাহলৈ জেললৈ পঠোৱা হ'ল। শাসক সম্প্ৰদায়ে ভাবিছিল, এনেদৰে উৎপীড়িত হৈ কামালে ভৱিষ্যতে আৰু কেতিয়াও বিপ্লৱীদলৰ লগ নালাগে। কিন্তু যেতিয়া কাৰামুক্তিৰ পিছত তেওঁক প্ৰধান কৰ্ম্মী হিচাপে চিৰিয়ালৈ পঠোৱা হ'ল, তেতিয়াহে তেওঁলোকে বুজি পালে, কামালৰ হৃদয় কি উপাদানেৰে গঠিত। কিছুদিনৰ পিছত কামালৰ চেষ্টাত চিৰিয়াতো কেইবাটাও বিপ্লৱসমিতি স্থাপিত হ'ল। চিৰিয়াৰ পৰা তেওঁ চেলোনিকাৰ শাসনকৰ্ত্তা চুকৰি পাছালৈ গোপনে লিখি পঠিয়ালে যে বৰ্ত্তমান শাসনপ্ৰণালী জাতীয় উন্নতিৰ প্ৰতিমুখী, গতিকে প্ৰত্যেক দেশহিতৈষী মাত্ৰেই এনে অত্যাচাৰৰ পৰা মুক্তি লাভৰ অৰ্থে চেষ্টা কৰা কৰ্ত্তব্য; আৰু তেওঁ নিজেও এই কাৰ্য্যত যোগ দিয়া উচিত। গতিকে "তৰুণ তুৰ্কী"য়ে তেওঁৰ পৰা বহুত সহায় আশা কৰিছে। চুকৰি পাছাই কামালৰ সাধু উদ্দেশ্য সমৰ্থন কৰি উত্তৰত জনালে যে তেওঁৰ পক্ষে যিমান দূৰ সাহায্য কৰা সম্ভৱ হয়, তাক তেওঁ কৰিব। সফলতাৰ আশাত কামালৰ প্ৰাণ নাচি উঠিল। তেওঁ অভিজ্ঞতা লাভৰ বাবে ছদ্মবেশেৰে মিছৰ, গ্ৰীছ, আদি দেশ পৰিভ্ৰমণ কৰি আহিল। কিন্তু চুকৰি পাছাৰ পৰা কোনো প্ৰকাৰ সাহায্য নাপাই তেওঁ হতাশ হ'ল। ইতিমধ্যে গোপনে বাতৰি পোৱা গ'ল যে চেলোনিকাৰ কৰ্ত্তৃপক্ষই কামালৰ গতি-বিধি লক্ষ্য কৰিব লাগিছে— গতিকে অবিলম্বে তেওঁ জন্মভূমি পৰিত্যাগ কৰি চিৰিয়ালৈ উভতি আহিল। এই ঘটনাৰ পৰা জাতীয় অৱনতিৰ মাত্ৰা কামালে বেছকৈ উপলব্ধি কৰিলে।

তিন বছৰ পিছৰ কথা। দেশৰ দশোদিশে তেতিয়া বিপ্লৱীদলৰ

গুপ্ত সমিতি বিয়পি পৰিছে। নিজ দেশত কাৰ্য্য আৰম্ভ কৰাত কোনো অসুবিধা নাই যেন বুজি 'তৰুণ তুৰ্কী'ৰ কেন্দ্ৰ পেৰিছৰ পৰা তুলি আনি তুৰস্কত প্ৰতিষ্ঠা কৰা হ'ল। আনোৱাৰ, কামাল আৰু তেওঁৰ সহকৰ্ম্মী সকলৰ উদ্যোগত তুৰস্কৰ সকলো সমিতি মিলিত হৈ এটি সংঘ স্থাপিত হ'ল—এই সংঘ Society of Union and Progress অৰ্থাৎ একতা আৰু উন্নতি সভা নামে অভিহিত হ'ল।

এই সময়ত ১৯০৭ চনত তুৰস্ক আৰু ৰুছিয়াৰ মাজত হোৱা সন্ধিমতে ৰুছিয়াই তুৰস্কৰ ধন-বস্তু আৰু প্ৰাকৃতিক সম্পদৰ ওপৰত যি অধিকাৰ লাভ কৰিলে, 'তৰুণ তুৰ্কী'য়ে এই অপমান সহি থাকিব নোৱাৰিলে—তেওঁলোকে প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰিলে। চুলতান আব্দুল হামিদে বিপ্লৱীদলৰ কাৰ্য্যকলাপলৈ ভয় কৰি তেওঁলোকক মন্ত্ৰীসভা আৰু ব্যৱস্থা পৰিষদ গঠনৰ অধিকাৰ দিলে হয়, তলে তলে বিদেশীৰ লগত ষড়যন্ত্ৰ কৰি, বিশেষকৈ ৰুছিয়াৰ প্ৰভাৱত 'তৰুণ তুৰ্কী'ৰ ধ্বংসৰ চিন্তাত ব্যস্ত হ'ল। কিন্তু এইবাৰ দেশবাসীয়ে চুলতানৰ এই অন্যায় কাৰ্য্যৰ প্ৰতিবাদ নকৰাকৈ নাথাকিল। তেওঁলোকে আকৌ বিদ্ৰোহ ঘোষণা কৰিলে—আব্দুল হামিদে ভয় পাই সিংহাসন এৰি দিলে, তেওঁৰ ভায়েক পঞ্চম মহম্মদ চুলতানৰ গদীত বহিল। এই বিদ্ৰোহৰ নায়ক আনোৱাৰ পাছা আৰু সেনাপতি কামাল। কিন্তু বিদ্ৰোহৰ পিছত কিবা কথাত দুয়োৰে মনান্তৰ ঘটিল—দিন যোৱাৰ লগে লগে সি ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে।

ৰুছিয়াৰ লগত আব্দুল হামিদৰ সহানুভূতি থকাৰ কাৰণে, যাতে হামিদৰ শাসন অন্ত হৈ দেশ ৰক্ষাৰ ভাৰ তুৰস্কৰ জাতীয়দলৰ হাতলৈ



গ্রীক তুরস্ক যুদ্ধের তুর্কী সেনাপতি মুস্তাফা কামাল পাশা



জাতীয় পৰিষদৰ সভাপতি কামাল

আছে আৰু বিশেষতঃ ইংলণ্ডয়ো এই সুযোগতে তুৰস্কৰ ধন-বস্তুৰ ওপৰত কৰ্তৃত্ব খটাই স্বাৰ্থসিদ্ধিৰ সুচল কৰিব পাৰে, সেই উদ্দেশ্যে সেই সময়ৰ ইংৰাজ ৰাজনীতিজ্ঞসকল আনোৱাৰ আৰু কামালৰ মতৰ পৃষ্ঠপোষক আছিল, কিন্তু 'তৰুণ তুৰ্কী'য়ে এই মৌখিক সহযোগিতাৰ পৰা বিশেষ কোনো উপকাৰ নাপালে।

গতিকে বলকান যুদ্ধৰ সময়ত তুৰস্কই জাৰ্ম্মানীৰ সহায় লবলৈ বাধ্য হ'ল। কামালে অসীম সাহসেৰে বুলগেৰিয়াৰ হাতত পৰা এড্ৰিয়ানোপল উদ্ধাৰ কৰিলে। কিন্তু নানা কাৰণে তুৰস্কই জয়লাভ কৰিব নোৱাৰিলে। এই যুদ্ধৰ সময়ত দেশৰ শাসন প্ৰকৃত পক্ষে আনোৱাৰ পাছাৰ হাতত। তেওঁ সমগ্ৰ দেশক নিজৰ পন্থী কৰি তুলিবৰ উদ্দেশ্যে কামালক সদায় নানা ছলেৰে দেশৰ পৰা আঁতৰাই ৰাখিলে।

ইয়াৰ পিছত মহাসমৰ। কামালে জাৰ্ম্মানীৰ লগত যোগ দিব খুখুজিছিল; তেওঁৰ মনত ধাৰণা হৈছিল যে জাৰ্ম্মানীয়ে জয় লাভ কৰিব নোৱাৰে। কিন্তু আনোৱাৰ তেতিয়া তুৰস্কৰ জাতীয়দলৰ নেতা। তেওঁৰ ইচ্ছাতেই তুৰস্কই জাৰ্ম্মানীৰ লগত সহযোগিতা কৰিলে। কিন্তু আনোৱাৰে কামালক ভয় কৰি সদায় তেওঁক ৰাজধানীৰ পৰা আঁতৰাই ৰাখিবলৈ অভিসন্ধি কৰিলে। তেওঁক দাৰ্দ্দানেলিছলৈ পঠোৱা হ'ল। কামালে সিদিনা সমস্ত জগতক বিস্মিত কৰি পৰাক্ৰমী ইংৰাজসৈন্যক পৰাস্ত কৰিলে। গেলিপোলীত ইংৰাজৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। ইংৰাজ সেনাপতি টাউনচেণ্ড কামালৰ হাতত বন্দী হ'ল। কিন্তু কামালৰ এই কৃতিত্ব আনোৱাৰে সহিব নোৱাৰিলে—যাতে কামালৰ কোনো কীৰ্ত্তি-কথা দেশত প্ৰচাৰিত নহয়, সেই উদ্দেশ্যে তেওঁক আন

এখন দুৰণিৰটীয়া ঠাইলৈ পঠিয়াই দিলে। কিন্তু ইতিমধ্যে মহাযুদ্ধৰ অন্ত পৰিল। জাৰ্ম্মান সৈন্য পৰাস্ত হ'ল—জাৰ্ম্মানী সৰ্ব্বস্বান্ত হ'ল। আনোৱাৰ আৰু তেওঁৰ পক্ষৰ আন আন নেতাই দেশৰ পৰা পলাই চুইটজাৰলেণ্ড পালেগৈ। লগতে তুৰস্কৰ পৰা প্ৰায় কুৰিলাখ পাউণ্ড মূল্যৰ সম্পত্তিও লৈ গ'ল। যুদ্ধৰ পিছত হোৱা সন্ধি অনুসৰি, তুৰস্কৰ যিমান যুদ্ধৰ সাজ সৰঞ্জাম আছে, সকলোবোৰ গোটাই লৈ মিত্ৰশক্তিক অৰ্পণ কৰিব লগীয়া হ'ল। জাৰ্ম্মান সেনাপতিৰ হাতৰ পৰা তুৰ্কীসৈন্যৰ সেনানায়কৰ ভাৰ আৰু অস্ত্ৰশস্ত্ৰাদি বুজি ললেও কামালৰ মহৎ অন্তৰে এনে হীন ভাবে স্বদেশক বিদেশীৰ আগত সেও কৰিব নোৱাৰিলে। তেওঁ সেই অস্ত্ৰশস্ত্ৰ আৰু সৈন্যসামন্ত গোটাই লৈ আনাতোলিয়াৰ পৰা ফৰাচীসকলক উলিয়াই দিলেগৈ।

১৯২৭ চনৰ অক্টোবৰ মাহত জাতীয় পৰিষদত কামালে ছয় দিন ধৰি এই নব্যতুৰ্কীৰ জন্মকাহিনী জীৱন্ত ভাষাৰে বৰ্ণনা কৰিছিল।

"১৯১৯ চনৰ ১৯ মে তাৰিখে মই চেমচুনত নামি দেখিলোঁ, জাতীয় সৈন্যদল বিক্ষিপ্ত, যুঁজৰ ভাগৰত দেশবাসী অৱসাদগ্ৰস্ত,—দুৰ্ভিক্ষত, অনাহাৰত জাতিৰ মৰণ অৱস্থা—যুদ্ধবিৰতিৰ সৰ্ত্তত দেশ অপমানিত, লাঞ্ছিত, লুপ্তশক্তি—নেতৃবৰ্গই পলাই প্ৰাণৰক্ষা কৰিছে। চুলতানী পদ আৰু খিলাফৎ ৰাখিবৰ বাবে দুৰ্ব্বল চুলতানে যি কোনো সন্ধিপত্ৰতেই সম্মতি দিবলৈ সাজু। মন্ত্ৰীসভাৰ ওপৰত কাৰো তিলমানো আস্থা নাই। বিদেশীয়ে তুৰস্ক সাম্ৰাজ্য ধ্বংস কৰিবলৈ যি ষড়যন্ত্ৰ কৰিছে, তাৰ পৰা চুলতানৰ উদ্ধাৰ নাই—এই কথা তেওঁ আৰু আন সকলোৱে বুজি পাইছে। কিন্তু প্ৰতিকাৰৰ উপায় কি? সৈন্য পৰিচালনা

কৰিবলৈ সুদক্ষ সেনাপতি নাই—যি সকল আছিল, তেওঁলোকে ইতিপূৰ্ব্বে প্ৰাণ আহুতি দিছে। যি কেইজন নমবাকৈ জীয়াই আছে, তেওঁলোকৰ কাৰো ভাবিবৰ শক্তি নাই যে চুলতানে নিজৰ পদবী ৰক্ষাৰ্থে জাতিৰ স্বাৰ্থ বিক্ৰী কৰিবলৈ ওলাইছে,—কোনোবাই ভাবিলেও মুখ ফুটাই কব নোৱাৰে। বেছিভাগৰ বিশ্বাস যে খলিফা আৰু চুলতান নহলে ৰাজ্য পৰিচালনাই অসম্ভৱ।"

* * *

"সৈন্য পৰিচালনাৰ কাৰণে মোক আনাতোলিয়ালৈ পঠোৱা হ'ল। সৈন্যসকলক পৰিদৰ্শন কৰি মই দেশৰ দুৰ্দ্দশা নিজ চকুৰে দেখিলোঁ; মোৰ চিন্তাধাৰা আৰু সকলো সঙ্কল্পৰ পৰিবৰ্ত্তন ঘটিল। মই উপলব্ধি কৰিলোঁ। যে এই অটোমেন সাম্ৰাজ্য, এই খিলাফৎ আৰু চুলতানৰ শাসন কোনো প্ৰকাৰে সম্ভৱপৰ নহয়—তুৰ্কী জাতিক কেন্দ্ৰ স্বৰূপে লৈ এখন নতুন স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰিব লাগিব।"

* * *

"চেমচুনলৈ উভতি আহি পূৰ্ব্বৰ প্ৰতিষ্ঠিত ধৰ্ম্ম, খিলাফৎ এনেকি চুলতানৰ বিৰুদ্ধে বিদ্ৰোহৰ সৃষ্টি কৰিবলৈ দেশবাসীক আহ্বান কৰিলোঁ। তুৰস্কৰ মনোৰাজ্যত বিদ্ৰোহ তুলিব লাগিব, তুৰ্কীৰ জাতীয়তাবোধক নতুনভাবে দীক্ষিত কৰিব লাগিব—বৰ সাহসৰ কথা, কিন্তু উপায়ো তো নাই!"

* * *

"এই কামত জাতীয় প্ৰতিনিধিবৰ্গৰ সম্মতি আৱশ্যক। ১৯১৯ চনৰ ২১ জুনৰ দিনা খন এজ কমত কংগ্ৰেছ পাতিলোঁ। বৃটিছ ৰাজদূতে এই

কাৰ্য্য সমৰ্থন কৰিব নোৱাৰিলে—তেওঁৰ পৰামৰ্শ মতে চুলতানে মোক ৰাজধানীলৈ উভতি যাবলৈ আদেশ দিলে। মই আদেশ অমান্য কৰিলোঁ। ৮ জুলাই তাৰিখে চুলতানে মোক চাকৰীৰ পৰা বৰখাস্ত কৰিলে। ২৩ জুলাইত কংগ্ৰেছৰ অধিবেশন আৰম্ভ হ'ল। একেৰাহে চৈধ্য দিন তৰ্ক বিতৰ্ক হোৱাৰ পিছত প্ৰতিনিধিসকলে এই সিদ্ধান্ত কৰিলে যে আন আন জাতিৰ দৰে তুৰস্কৰো নিজৰ সুবিধা অসুবিধালৈ লক্ষ্য ৰাখি নিজ ইচ্ছানুসৰি কাম কৰিবৰ জাতিগত অধিকাৰ আছে—গতিকে বিদেশীৰ আধিপত্য আৰু কোনো প্ৰকাৰে সহ্য কৰা নহব। চুলতানে যদি এই সিদ্ধান্ত নামানে, তেনেহলে জাতীয় শাসনতন্ত্ৰ গঠন কৰি দেশৰ সম্মান ৰক্ষাৰ যোগ্য আয়োজন কৰিবলৈ প্ৰতিনিধিবৰ্গ সঙ্কুচিত নহব। আৱশ্যক হলে ইস্তাম্বুলৰ শাসনকৰ্ত্তাসকলকো অস্বীকাৰ কৰা হব। গতিকে 'জাতীয় শাসন পৰিষদ' এটি গঠন কৰাই প্ৰধান কাম হ'ল। পৃথিবীৰ সকলো জাতিকেই আমাৰ এই সঙ্কল্পৰ কথা জনাই দিলোঁ—ইস্তাম্বুলৰ প্ৰধান উজীৰেও এই কথা শুনিলে।"

* * *

"৪ চেপ্তেম্বৰত বহা কংগ্ৰেছত সেই একে সিদ্ধান্তকে গ্ৰহণ কৰা হ'ল। আকৌ পৃথিবীৰ সকলো দেশকে আমাৰ উদ্দেশ্য জনাই চুলতানক অনুৰোধ কৰিলোঁ যে অবিশ্বাসী উজীৰ দামাদ ফৰিদক খেদি পেলাই দেশৰ আকাঙ্ক্ষালৈ তেওঁ যেন অলপ চকু কাণ দিয়ে। ইস্তাম্বুলৰ টেলিগ্ৰাফ অফিছৰ পৰা দামাদ ফৰিদে চুলতানলৈ দিয়া মোৰ এই টেলিগ্ৰাম ফিৰাই পঠিয়ালে।"

* * *

"জাতীয় শাসন পৰিষদ নাপাতিলে আৰু নচলে। সময় অতি কম। চুলতানে কেৱল প্ৰতিশ্ৰুতিকেই দি আহিছে যে পৰিষদ গঠন কৰা হ'ব, কিন্তু এতিয়ালৈকে সি হৈ উঠা নাই। ১৪ চেপ্তেম্বৰত মই ভাবী পৰিষদৰ কাৰ্য্যাৱলী আৰু নিয়মাদি স্থিৰ কৰি চুলতানক জনালোঁ যে এইবাৰ চেভাৰ্ছৰ জাতীয় পৰিষদে নিজক দেশৰ বৈধ শাসন পৰিষদ বুলি ঘোষণা কৰিব, চুলতানৰ কিবা কব লগীয়া থাকিলে কব পাৰে। চুলতানে ভয় পাই মিটমাটৰ প্ৰস্তাৱ কৰিলে। ২৭ চেপ্তেম্বৰ তাৰিখে ৰাতি টেলিগ্ৰাফ অফিছত বহি মই তেওঁৰ লগত আঠ ঘণ্টা কথা পাতিলোঁ। মোৰ কথা—জাতিৰ স্বাৰ্থ কোন প্ৰকাৰে ক্ষুণ্ণ হবলৈ দিয়া নহব, দামাদ ফৰিদে উজীৰৰ পদ এৰিবই লাগিব, চুলতানেও দেশবাসীৰ কথালৈ কাণ দিব লাগিব। তিন দিনৰ পিছত দামাদ ফৰিদে কাম এৰি দিলে। বিছাদ পাছা নতুন উজীৰ নিযুক্ত হ'ল। তেওঁৰ লগত মিটমাটৰ আলোচনাৰ পিছত স্থিৰ হ'ল, মিত্ৰশক্তিৰ লগত সন্ধি হ'বৰ আগেয়ে জাতীয় পৰিষদৰ অধিবেশন আৰম্ভ কৰিব লাগিব। বিছাদ পাছাই নানা ছলেৰে দিন পিছুৱাই নিব খুজিলেও আমাৰ আগত তেওঁৰ-কৌশল ধৰা পৰিল। অৱশেষত পৰিষদ গঠনৰ বাবে নিৰ্ব্বাচনৰ আয়োজন চলিল। ১৯২০ চনৰ ২৮ জানুৱাৰীৰ দিনা এই নতুন পৰিষদৰ কাৰ্য্য আৰম্ভ হ'ল। বেছি ভাগ সভ্যয়েই আমাৰ জাতীয় দলৰ প্ৰতিনিধি। এই অধিবেশনত আমি কেজনমান সভ্য লোট খাই এখন জাতীয় চুক্তিপত্ৰ চহী কৰিলোঁ। স্থিৰ হ'ল যে বিদেশীৰ আধিপত্য কোনোপ্ৰকাৰে স্বীকৃত নহব। এই কথা শুনি মিত্ৰশক্তি চক খাই উঠিল। মাৰ্চ্চৰ ১৬ তাৰিখে তেওঁলোকে কনষ্টান্টিনোপল অধিকাৰ

কৰিলে। তেওঁলোকৰ পৰামৰ্শ মতে চুলতানে জাতীয় পৰিষদ ভাঙি দি ঘোষণা কৰিলে যে জাতীয় দলৰ সদস্যসকল ধৰ্ম্মদ্ৰোহী আৰু ৰাজদ্ৰোহী, গতিকে প্ৰত্যেক ৰাজভক্ত প্ৰজাই তেওঁলোকক ধ্বংস কৰিবলৈ প্ৰয়াস পোৱা কৰ্ত্তব্য। কিন্তু যি চুলতানে ইমান দিন প্ৰজাৰ বিলাই বিপত্তিলৈ পিঠি দি ঘৃণনীয় ভোগ-বিলাসত মত্ত আছিল, সেই সম্ৰাটৰ নিপীড়িত প্ৰজাই চুলতানৰ এই ৰাজভক্তিৰ দোহাইলৈ কৰ্ণপাত নকৰি বৰং জাতীয় দলৰ লগতহে একতাৰ পৰিচয় দিলে। ইফালে ইংৰাজে ইস্তাম্বুলো দখল কৰিলে—এই ভীষণ সঙ্কটৰ মাজত মন্ত্ৰীসভাই বাধ্য হৈ পদত্যাগ কৰিলে। এই সুযোগতে মই আনাতোলিয়াত নিজক প্ৰধান উজীৰ বুলি ঘোষণা কৰিলোঁ। ইফালে জাতীয় দলৰ সদস্যসকলেও এঙ্গোৰাত ঘোষণা কৰিলে যে তেওঁলোকেই তুৰস্কৰ জনসমাজৰ প্ৰকৃত প্ৰতিনিধি, গতিকে ৰাজ্যৰ শ্ৰেষ্ঠতম শক্তি আৰু সৰ্ব্বময় প্ৰভু। চুলতানে চেভাৰ্ছৰ জঘন্য সন্ধিপত্ৰত সম্মতি দিলেও আমি তাক মানি লবলৈ বাধ্য নহয়, গতিকে তাৰ বিৰুদ্ধে কাৰ্য্যত প্ৰবৃত্ত হলোঁ। কুৰি দিনৰ চেষ্টাৰ পিছত মিত্ৰশক্তিয়ে জয়ৰ আশা এৰি দিলে—তেওঁলোকে এঙ্গোৰা এৰি গুচি গ'ল। সৈন্যবল সংগ্ৰহ কৰি আমি স্মাৰ্ণা, আনাতোলিয়া আৰু থ্ৰেছৰ পৰা গ্ৰীকবিলাকক খেদি দিলোঁ। আমাৰ পক্ষৰ পৰা মুছ্‌্তফা কামাল বে গৈ ৰুছিয়াৰ চোভিয়েটতন্ত্ৰৰ লগত ১৯২১ চনৰ মাৰ্চ্চ মাহত মিত্ৰতা স্থাপন কৰি আছিল। ইতিমধ্যে ফেব্ৰুৱাৰী আৰু মাৰ্চ্চত লণ্ডন কনফাৰেন্সত ইটালী আৰু ফ্ৰান্সৰ লগত পৰামৰ্শ কৰি আমি চাইলিচিয়া আৰু উত্তৰ চিৰিয়াৰ ৰেলপথ কিৰাই পালোঁ। গতিকে মিত্ৰশক্তিৰ ভিতৰত পৰস্পৰৰ মিত্ৰতা ভঙ্গ হ'ল আৰু গ্ৰীছৰ লগত তুৰস্কৰ যুদ্ধ

ইংলণ্ড নিৰপেক্ষ থাকিল। তেতিয়া আমাৰ দলত এলাখতকৈও অধিক সৈন্য গোট খাইছেহি। এই সৈন্যদলে গ্ৰীকবিলাকক এনে বিক্ৰমেৰে আক্ৰমণ কৰিলে যে তেওঁলোকে এচিয়া মাইনৰ আমাকে এৰি দিবলৈ বাধ্য হ'ল। ঠিক্ এই সময়তে ১৯২২ চনৰ ৩ অক্টোবৰ তাৰিখে মিলন-সভা বহিল। আমাৰ পক্ষৰ পৰা এখাৰজন প্ৰতিনিধি এঙ্গোৰাত উপস্থিত হ'ল আৰু তেওঁলোকৰ পৰামৰ্শমতে ইছমত পাছাই ৪ জুলাইত লুজেইনত আমাৰ ন্যায্য দাবী প্ৰতিপন্ন কৰি আহিল।"

কৃতজ্ঞ তুৰ্কী জাতিয়ে কামালক, বিজয়ীৰ জয়মাল্য স্বৰূপ 'গাজী' উপাধি দান কৰি গ্ৰীক-বিজয়ৰ উপযুক্ত সন্মান দিলে। এয়ে নহয়, তেওঁলোকে তেওঁক চুলতান আৰু খলিফাৰ পদ যাচিলে, কিন্তু কামালে তাক দৃঢ়তাৰে প্ৰত্যাখ্যান কৰিলে। তেওঁ নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণেতো চুলতানক পদচ্যুত কৰা নাছিল, এনেকি সম্ভৱ হলে কামালে চুলতানৰ পদো বাহাল ৰাখিলেহেঁতেন—আচলতে কিছুদিন পূৰ্ব্বে তেওঁ চুলতানক বাইজৰ অভাৱ অভিযোগৰ পিনে চকু দিবলৈ কাবৌ কৰিছিল, কিন্তু আত্মম্ভৰী চুলতানে, সেই কথা, সেই উপদেশ উপেক্ষা কৰিছিল। এতিয়া কামালে এই মহৎ স্বাৰ্থত্যাগৰ দ্বাৰা নিজৰ সুখ্যাতি সুধীসমাজত দৃঢ়ভাৱে প্ৰতিষ্ঠিত কৰিলে। এই ত্যাগৰ বাবেই তেওঁ আজি বিজয়ী বীৰ হিচাপে নহয়, সংস্কাৰক হিচাপে জগতৰ আগত পৰিচিত। সেই সময়ত তেওঁ ৰাইজক বুজনি দি কৈছিল, "নিপুণ সেনানায়ক এজন নিপুণ শাসক আৰু চতুৰ আইনজ্ঞ হোৱা উচিত। গতিকে যেতিয়ালৈকে ৰণ-লিপ্সু সৈন্য বাহিনীক সেতাপতিয়ে শান্তি সেনাত পৰিণত কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁক সুদক্ষ সেনাপতি বুলি কব নোৱাৰি।

কাৰণ, ধ্বংসত নহয়, সৃষ্টিতহে প্ৰকৃত কৃতিত্ব প্ৰকাশ পায়।" কামাল আজি ধ্বংসকাৰী সেনাপতি হিচাপে নহয়, গঠনমূলক সংস্কাৰক হিচাপেও জগতৰ প্ৰশংসাৰ পাত্ৰ।

১৯২৩ চনৰ ২৯ অক্টোবৰ তাৰিখে তুৰস্কত গণতন্ত্ৰ স্থাপিত হ'ল। তুৰস্কৰ জাতীয় পৰিষদে সিদিনা গাজী মুস্তাফা কামাল পাছাক গণতন্ত্ৰৰ প্ৰথম সভাপতি নিৰ্ব্বাচিত কৰিলে। তাৰ দুদিন পিছত ১লা নবেম্বৰৰ দিনা এই নব প্ৰতিষ্ঠিত গণতন্ত্ৰই চুলতানী পদৰ লগে লগে ছশ বছৰৰো ওপৰ কাল চলি অহা প্ৰবল বিক্ৰমী অটোমেন সাম্ৰাজ্যৰ মূলোচ্ছেদ কৰিলে। চুলতান পঞ্চম মহম্মদে প্ৰাণৰ ভয়ত ইংৰাজৰ জাহাজত উঠি তুৰস্কৰ পৰা পলাই গ'ল। ইয়াৰ তিনি দিন পিছত ইস্তাম্বুলৰ শাসন কাৰ্য্য জাতীয় পৰিষদে কাঢ়ি ললে।

তুৰস্কৰ এই ভাগ্য পৰিবৰ্ত্তনত - কেৱল প্ৰাচ্যৰে নহয়, সমগ্ৰ পৃথিবীতে এটি নৱযুগৰ সূচনা হ'ল, কিন্তু আনোৱাৰ আৰু কামালৰ মনোমালিন্য দূৰ নহৈ ক্ৰমাৎ সি বিষম বিবাদত পৰিণত হ'ল। আনোৱাৰ আৰু তেওঁৰ সহকৰ্ম্মীসকলে পেৰিছ, বাৰ্লিন আদি ঠাইৰ পৰা কামালৰ কাৰ্য্যাৱলী লক্ষ্য কৰিবলৈ ধৰিলে আৰু যাতে তেওঁৰ সংস্কাৰচেষ্টা ব্যৰ্থ হয়, তাৰ বাবে চিন্তা কৰাই তেওঁলোকৰ প্ৰধান কাম হৈ পৰিল। বিদেশতে নহয়, দেশতো আনোৱাৰৰ দলৰ কিছুমান মানুহে গাজীৰ কামত বাধা জন্মাবলৈ সাত বছৰৰ ওপৰকাল চেষ্টা কৰি থাকিল, কিন্তু কামালে নানা কৌশলেৰে তেওঁলোকৰ ষড়যন্ত্ৰ বিফল কৰিবলৈ কৃতকাৰ্য্য হ'ল। এই দলৰ মানুহে কিমান বাৰ যে কামালক হত্যা কৰিবলৈ গুপ্ত অভিসন্ধি কৰিছিল, তাৰ ইয়ত্তা নাই, ভগবানৰ ইচ্ছা, সেই সকলো

ষড়যন্ত্ৰয়েই ব্যৰ্থ হোৱা দেখা গ'ল। বাৰে বাৰে এই ষড়যন্ত্ৰীসকলৰ কৌশল ভেদ হোৱাত সাধাৰণৰ ধাৰণা হ'ল যে কামাল পাছা অলৌকিক শক্তিসম্পন্ন মহাপুৰুষ। তেওঁক দৈৱীশক্তিয়ে সকলো বিপদৰ পৰা ৰক্ষা কৰি থাকিল। এজোৱাৰ মন্ত্ৰীসভাৰ বিচাৰ-মন্ত্ৰী মামুদ যে এবাৰ কৈছিল, "আমাৰ জাতিৰ মহাসঞ্জীৱনী মহামান্য গাজী সঁচাকৈয়ে ইতিহাসৰ শ্ৰেষ্ঠ সন্তান। দুহেজাৰ বছৰ ধৰি পৃথিবীয়ে তেওঁৰ আবিৰ্ভাৱলৈ বাট চাই আছিল। গাজীৰ পবিত্ৰ অঙ্গৰ বিৰুদ্ধে সকলো ষড়যন্ত্ৰ আৰু আক্ৰমণ ব্যৰ্থ হব।"

—চাৰি—

# ধৰ্ম্ম-সংস্কাৰ

প্ৰায় ছয় শতিকাৰ সঞ্চিত কুসংস্কাৰ আৰু ধৰ্ম্মগত জড়তাই তুৰস্কৰ জাতীয় জীবন ভাৰতৰ দৰে পঙ্গু কৰি তুলিছিল। ধৰ্ম্মৰ অধিকাৰীসকলে ৰাষ্ট্ৰ আৰু ধৰ্ম্মৰ মাজত নাম মাত্ৰ পাৰ্থক্য ৰাখি, পদে পদে দেশবাসীক ধৰ্ম্মৰ দোহাই দি তেওঁলোকৰ অগ্ৰগতিত বাধা দিছিল। দেশৰ প্ৰত্যেক আইন কানুন, আচাৰ ব্যৱহাৰৰ ওপৰত ধৰ্ম্মান্ধতাৰ অসীম প্ৰভুত্ব আৰু খলিফাৰ অন্যান্য প্ৰভাৱে তুৰ্কীৰ স্বাধীন বিবেকৰ সোঁতত‌ো ভেটা দিছিল। প্ৰকৃত পক্ষে কোৰাণৰ নামত মোল্লাসমাজে গোটেই জাতিক কুসংস্কাৰৰ মাজত ডুবাই ৰাখিছিল। অথচ কোৰাণত কি আছে, তাকো জন-সাধাৰণে চাবৰ অধিকাৰ নাছিল। এই ধৰ্ম্ম-মিশ্ৰিত শাসনবিধিৰ দুৰ্ব্বলতাই দৃঢ়, চতুৰ শাসককো দুৰ্ব্বল কৰি তুলিছিল—ইফালে বিদেশী জাতিবিলাকেও এই অন্যায় শাসনৰ চেলু আৰু সুযোগ লৈয়ে, তুৰস্কত ন্যায় শাসন প্ৰতিষ্ঠিত কৰিবৰ ছলেৰে, আচলতে তুৰস্কৰ জাতীয় ভাগ্যত প্ৰভুত্ব খটাই নিজৰ স্বাৰ্থ সিদ্ধি কৰিবৰ উদ্দেশ্যেহে এই দেশৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখি আহিছিল। নব্য তুৰ্কীৰ কৰ্ম্মচাৰী এজনে সেই দেখিয়েই দুখ কৰি কৈছিল "আমি যে এতেকাল জগতসভাত ইমান পাছ পৰা, তাৰ বাবে জনসমাজৰ কোনো দোষ নাই। কেনেকৈ জীয়াই থাকিব



তুৰস্কৰ শেষ খলিফা আব্দুল মজিদ আৰু তেওঁৰ জীয়েক এগৰাকী

লাগে তাক আমাক ইমান দিনে কোনোৱে শিকোৱা নাই। কেৱল বিনা প্ৰতিবাদে ধৰ্ম্মৰ শাসন আৰু বিশেষতঃ খলিফাৰ আদেশ মানি লবলৈকেহে আমি শিকি আহিছোঁ। চুলতানৰ কৰ্ম্মচাৰীসকলে আমাক ভাল মানুহ বুলি মিছা প্ৰশংসা কৰি মূৰত হাত বুলাই সান্ত্বনা দি আহিছে, খলিফা আৰু তেওঁৰ মোল্লাসকলে আমাৰ স্বাধীন বুদ্ধিবৃত্তি লোপ কৰিছে। নীতিবিহীন শাসনতন্ত্ৰৰ কঠোৰ চেপা আৰু আদৰ্শবৰ্জ্জিত ধৰ্ম্মব্যৱস্থাৰ অধীনত তুৰস্কই চুলতানৰ দিনত জাতীয় জীৱন হেৰুৱাই পেলাইছে।"

যি হ'ক, জাতীয় পৰিষদ আৰু কামালৰ ইচ্ছা আছিল যে ৰাষ্ট্ৰশাসন ধৰ্ম্মৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ আঁতৰত ৰাখি, যদি নতুন শাসনৰ তলত খলিফাই কুসংস্কাৰ আদি আবৰ্জ্জনাবোৰ দূৰ কৰি ধৰ্ম্মক জাতীয় আন্দোলনৰ অনুকূল কৰিব পাৰে, তেনেহলে তেওঁৰ ধৰ্ম্মনেতৃত্বৰ ওপৰত কোনো হাত দিয়া নহব। সেইবাৰে ১৯২২ চনত চুলতানৰ শাসনৰ অন্ত পৰিলেও, জাতীয়দলে খলিফাৰ পদ বাহাল ৰাখিছিল। মাথোন চুলতান আৰু খলিফাৰ অভেদ গুচাই, খলিফাক জাতীয় পৰিষদৰ অধীনত ধৰ্ম্মনেতৃত্বৰ ভাৰ দিয়া হ'ল। কামালে আব্দুল মজিদক খলিফাৰ পদত নিযুক্ত কৰিলে। কিন্তু খলিফাই তেতিয়াও নিজৰ পদবীৰ পুৰণি গৌৰৱ এৰিবলৈ ভাল নাপালে, পূৰ্ব্বৰ দৰেই অত্যাচাৰমূলক ধৰ্ম্মৰ শাসন প্ৰবৰ্ত্তিত থাকিল। ইফালে জাতীয় পৰিষদৰ অধীনতা জোকাৰি পেলাই ৰাজনৈতিক বিষয়তো হস্তক্ষেপ কৰিব খোজাত, দেশ জুৰি খলিফাৰ শাসনৰ বিৰুদ্ধে প্ৰবল আন্দোলন চলিল। চুলতানৰ শাসনৰ পৰা মুক্তি পাই তুৰস্কই আজি নতুন চেতনা, নতুন আদৰ্শৰ বলত কোনো অত্যাচাৰ অনাচাৰকে সহিবলৈ সাজু নাছিল। কামালে ১৯২৪ চনৰ মাৰ্চ্চ মাহত

মাথোন বাৰ ঘণ্টাৰ নোটিছত খলিফাক বিদায় দিবলৈ বাধ্য হ'ল। খলিফাৰ অন্তৰ লগে লগে তিন-চাৰি মাহৰ ভিতৰতে দেশৰ পৰা ইছলামৰ প্ৰভুত্ব লোপ পালে। ইতিপূৰ্ব্বে দেশৰ নানা ঠাইত মছজিদৰ লগতে একোটাকৈ ধৰ্ম্মশিক্ষালয় আছিল। কামালে সেই সকলোবোৰ শিক্ষালয়কে বন্ধ কৰি দিলে; অকল কনষ্টাণ্টিনোপলতে চাৰি কুৰিটা ঘৰৰ দুৱাৰত তালা লগোৱা হ'ল। তাৰ বহু খিনি এতিয়া নানাপ্ৰকাৰ জাতীয় প্ৰতিষ্ঠানত পৰিণত কৰা হৈছে।

কামালে আদেশ জাৰী কৰি দিলে—কোনোৱে তেওঁৰ বিনানুমতিত ধৰ্ম্মপ্ৰচাৰকৰ বাব লব নোৱাৰিব। ধৰ্ম্মপ্ৰচাৰক হব খোজাসকলে নিয়মিতৰূপে ধৰ্ম্মশাস্ত্ৰ অধ্যয়ন কৰি পৰীক্ষাত উত্তীৰ্ণ হলে তেওঁলোকক চৰকাৰৰ পৰা লাইচেন্স দিয়া হব। লাইচেন্স নোহোৱাকৈ কোনোৱে ধৰ্ম্মপ্ৰচাৰ কাৰ্য্যত ব্ৰতী হব নোৱাৰে। কামালে ভালকৈ বুজিছিল যে কুসংস্কাৰৰ প্ৰভাৱে মানুহৰ মন ইমান হীন এনে কলুষিত কৰি তুলিছে যে সমাজ সংস্কাৰক হিচাপে এই প্ৰস্তাৱ তুলিলে মোল্লাসকলৰ নেতৃত্বত এটা ডাঙৰ দলে আপত্তি তুলি তেওঁৰ কামত বাধা জন্মাব পাৰে। সেই কাৰণে তেওঁ নিজ ক্ষমতাৰ বলেৰে, কাকো কোনো মত প্ৰকাশৰ সুবিধা নিদিয়াকৈ, এই আইন প্ৰবৰ্ত্তন কৰিলে। ফলত কাৰবাৰ কিবা আপত্তি থাকিলেও তাক প্ৰকাশ কৰি জন-মত গঠন কৰিবৰ সুযোগ নঘটিল, আৰু এনেকি প্ৰাচীন মোল্লাসমাজেও মনৰ বেজাৰ মনতে মাৰ নিয়াই গাজীৰ আদেশ মানি লবলৈ বাধ্য হ'ল। ধৰ্ম্মৰ হেঁচাৰ পৰা ৰক্ষা পাই জনসাধাৰণেও তৃপ্তিৰ উশাহ ললে। কামালৰ এই কাৰ্য্য তেওঁৰ গভীৰ ৰাজনৈতিক জ্ঞানৰ পৰিচায়ক। উনৈশ শতিকাত খণ্ড-বিখণ্ড

জাৰ্ম্মান সাম্রাজ্য একেলগ কৰি প্ৰবল সাম্রাজ্য গঠন কৰিবলৈ বিছমার্কে যি নীতি অৱলম্বন কৰিছিল, কুৰি শতিকাৰ কামালেও মূলত সেই নীতিৰেই অনুসৰণ কৰিলে।

মোল্লাসমাজৰ দৌৰাত্ম্য অন্ত পৰাৰ লগে লগে দেশত স্বাধীনতাৰ বা' বৰলৈ ধৰিলে। ক্রমে বিচাৰ-বিভাগতো ধৰ্ম্মৰ প্ৰভাৱৰ পৰা মুক্ত কৰা হ'ল। ৰাষ্ট্ৰ ব্যৱস্থাৰ পৰা ধৰ্ম্মনীতি দুবছৰ পূৰ্ব্বেই আঁতৰাই থোৱা হৈছিল; এতিয়া বিচাৰ-বিভাগতো সংস্কাৰ প্ৰবৰ্ত্তিত হ'ল। চুইটজাৰলেণ্ডৰ দেৱানী আইন, ইটালীৰ ফৌজদাৰী আইন আৰু জাৰ্ম্মাণী আৰু চুইটজাৰলেণ্ডৰ বানিজ্য আইনত অলপ অচৰপ সলচৰ কৰি দেশৰ বিচাৰ-নীতিত ঠাই দিয়া হ'ল। কাৰণ কামালে বঢ়িয়াকৈ বুজি পাইছিল যে পৃথিবীৰ আন আন সভ্যদেশৰ লগত সমানে ফেৰ মাৰিব লাগিলে বিচাৰ-বিভাগ আৰু শাসন-বিভাগত নানা পৰিবৰ্ত্তন কৰি উন্নত কৰা আৱশ্যক। ধৰ্ম্মৰ বান্ধোনৰ পৰা অব্যাহতি পাই তুৰস্কৰ বিচাৰ-বিভাগে ক্রমান্বয়ে নিৰপেক্ষভাৱে বিচাৰকাৰ্য্য চলাবলৈ শিকিছে। এই দৰে তুৰ্কীৰ ব্যাৱহাৰিক জীৱনৰ পৰা ইছলামে চিৰবিদায় ললে।

যেতিয়া তুৰস্কৰ শাসন-নীতিৰ পৰা ধৰ্ম্মনীতি ফালৰি কাটি উলিয়াই দিয়া হয়, তেতিয়া কোনো কোনোৱে সন্দেহ প্ৰকাশ কৰি কৈছিল যে যি দেশত আজি বহু কাল ধৰি ধৰ্ম্মৰ শাসন ইমান প্ৰবলভাৱে অনুভূত হৈ আহিছে, আজি হঠাৎ তেনে এখন ৰক্ষণশীল দেশ বা কুসংস্কাৰপূৰ্ণ সমাজত এনে ধৰ্ম্মবিহীন শাসনপদ্ধতিৰে কৃতকাৰ্য্য হোৱা টান। তাৰ উত্তৰত কামালে কৈছিল "যি শাসকে শাসন-নীতিৰ প্ৰতিষ্ঠাৰ অৰ্থে ধৰ্ম্মৰ আলম লয়, তেওঁ দুৰ্ব্বলী আৰু অক্ষম শাসক। এই দৰে ধৰ্ম্মৰ সহায়েৰে

মানুহক জালত পেলাই তেওঁৰ স্বাধীনতা লোপ কৰা কোনো সুশাসকৰ কাম নহয়। তুৰ্কী জাতিয়ে আজি গণনীতি অধ্যয়ন কৰিব, সত্যৰ আদেশ পালন কৰিব, বিজ্ঞানৰ মাহাত্ম্য অনুসন্ধান কৰিব। নব্য তুৰ্কীৰ মাজত কুসংস্কাৰৰ ঠাই নাই। ধৰ্ম্মৰ বাদ্ধোনেৰে মানুহৰ স্বাধীনতা কাঢ়ি নিয়া মোৰ উদ্দেশ্য নহয়। তেওঁলোকে নিজ ইচ্ছা অনুসাৰে ধ্যান-আৰাধনা, পূজা-অৰ্চনা কৰিব পাৰে,—যদি অন্যশ্চে তেওঁলোকৰ সেই কাম আনৰ স্বাধীনতা বা স্বাৰ্থৰ পৰিপন্থী নহয়।" জন-স্বাধীনতাই আধুনিক গণতন্ত্ৰমূলক শাসননীতিৰ মূল লক্ষ্য। কামালে সেই স্বাধীনতা তুৰ্কী-জাতিক দান কৰি নবযুগৰ সূচনা কৰিলে।

বিদেশী পৰ্য্যটক এজনৰ ধৰ্ম্ম বিষয়ক কোনো প্ৰশ্নৰ উত্তৰত কামালে কৈছিল, "ধৰ্ম্ম? মানুহে সাধাৰণতঃ যাক ধৰ্ম্ম নামে অভিহিত কৰে, তেনে কোনো ধৰ্ম্ম মোৰ নাই। মোৰ মনৰ অভিলাষ, যেন ধৰ্ম্মই চিৰকাললৈকে সাগৰৰ তলিত আশ্ৰয় লয় গৈ।" যি তুৰ্কই ইমান দিনে ধৰ্ম্মৰ নামত কুসংস্কাৰ, অন্ধবিশ্বাসৰ সেৱা কৰি নিজৰ বিবেকবস্তু পৰ্য্যন্ত বিসৰ্জ্জন দি আছিছিল, তেওঁলোকৰ ওপৰত এই তথাকথিত ধৰ্ম্মৰ প্ৰভাৱ লক্ষ্য কৰি সংস্কাৰ-বুদ্ধি কামালে এই দৰে আক্ষেপ কৰা সম্পূৰ্ণ স্বাভাৱিক। এই কথাৰে তেওঁ প্ৰকৃত ধৰ্ম্মৰ নহয় ধৰ্ম্মৰ জঁকাটোকহে নিন্দা কৰিছে। জনসেৱাই প্ৰকৃত ধৰ্ম্ম—আৰু কৰ্ম্মযোগীয়েই প্ৰকৃত ধাৰ্ম্মিক। কামালৰ দৰে কৰ্ম্মযোগী পৃথিৱীত কেইজনা?

চুলতানৰ শাসনৰ তলত খলিফাই তুৰ্কী ভাষাত কোৰাণ অনুবাদ কৰিবলৈ নিদিয়াত, আৰবী ভাষা নজনা জনসাধাৰণে তাৰ এটা শব্দও বুজি নাপাইছিল, গতিকে মোল্লাসকলে যি কয়, তাতেই সন্তুষ্ট থাকিব

লগা হৈছিল। পৃথিৱীৰ আন আন ভাষাত সমগ্ৰ কোৰাণ অনূদিত হোৱা স্বত্বেও খলিফাৰ এই আদেশত, জনসমাজ ক্ষুব্ধ হৈছিল যদিও, মুখ ফুটাই একো কৰ পৰা নাছিল। এতিয়া কামালে কোৰাণ তুৰ্কী ভাষাত অনুবাদ কৰিবলৈ আদেশ দিলে। বিখ্যাত জেমিল বে এখন সুন্দৰ অনুবাদ কৰি কামালক দিলে। কামালে প্ৰাচীনপন্থী মোল্লা দুই একজনক অনুবাদখন দেখুৱাত তেওঁলোকে নপঢ়াকৈয়ে তাৰ নিন্দা কৰিলে। কিন্তু কামালে সেই নিন্দালৈ ভ্ৰূক্ষেপ নকৰি তাক ছপাই উলিয়াই সকলোকে পঢ়িবলৈ দিলে। আজি কোৰাণ আৰু আন গ্ৰন্থাৱলীৰ মাজত তুৰস্কত কোনো প্ৰভেদ নাই। আধুনিক তুৰস্কই যদি কোৰাণ পঢ়ি তাৰ পৰা গ্ৰহণীয় কিবা পায়, তাক গ্ৰহণ কৰিব, আৰু যদি আচলতে তাত, জাতীয় জীৱনত আৱশ্যকীয় সাৰ কথা নাই, তেনেহলে সেই সম্বন্ধে সাধাৰণৰ ভুল ধাৰণা ভাঙ্গি তাক এৰি পেলাব—এয়ে কামালৰ যুক্তি।

কিন্তু ধৰ্ম্ম আৰু গাৰ্হস্থ্য জীৱনৰ মাজত যি সম্বন্ধ এদিনীয়া নহয়, বহু শতাব্দী ধৰি চলি আহিছিল, আজি অতীতৰ প্ৰতি কোনো সন্মান নৰখাকৈ তাক ভাঙ্গি দিয়াৰ উদ্দেশ্য কি? তুৰস্কৰ নেতাসকলে দেখিলে যে ধৰ্ম্মৰ অতিমাত্ৰিক প্ৰভাৱৰ ফলত আজি প্ৰাচ্য নিস্তেজ হৈ পৰিছে, জীৱনৰ যি কোনো কামতেই ধৰ্ম্মৰ শাসনে আহি বাট ভেটি ধৰে, এই এহেজাৰ এটা বিধি বিধানৰ মাজত মানুহৰ প্ৰাণত ঘোৰ উদাসীনতা, ঘোৰ নৈৰাশ্যই ঠাই লৈছেহি আৰু এই সুযোগতে জড়বাদী পাশ্চাত্যই প্ৰাচ্যৰ ওপৰত নিজৰ আধিপত্য বিস্তাৰ কৰিছে। ফলত প্ৰাচ্যৰ জাতীয় জীৱনৰ আজি শেষ নিশ্বাস। কিন্তু এই প্ৰভাৱ নষ্ট কৰি মানুহৰ ভাৱৰাজ্যত পৰিবৰ্ত্তন আনিব নোৱাৰিলে আৰু উপায় নাই।

পাশ্চাত্যৰ লগত সমানে সমানে সন্মান লাভ কৰিব খুজিলে দৈনন্দিন জীৱনৰ পৰা ধৰ্ম্মৰ প্ৰভাৱ আঁতৰাই থব লাগিব। ধৰ্ম্মৰ নাগপাশৰ পৰা উদ্ধাৰ হব নোৱাৰিলে, পৃথিবীৰ আগত মূৰ তুলি থিয় হোৱা তুৰস্কৰ পক্ষে অসম্ভৱ। সেই দেখিয়েই নব্য তুৰ্কীৰ শাসন-পৰিষদে আইন প্ৰণয়ন কৰিবৰ সময়ত ধৰ্ম্মক ৰাজনীতিৰ পৰা আঁতৰাই একাষৰীয়া কৰিলে। আগেয়ে পৰিষদৰ প্ৰতিনিধিসকলে ভগৱানৰ নামে শপত খাইছিল, এতিয়া নিজ নিজ মৰ্য্যাদা বোধ আৰু বিবেকৰ নামেৰে শপত খায়।

কিন্তু ধৰ্ম্ম অৰ্থাৎ ইতিপূৰ্ব্বে তুৰস্কত ধৰ্ম্মৰ নামত যি ৰক্ষণশীলতা আৰু কুসংস্কাৰে ইমান প্ৰভাৱ বিস্তাৰ কৰি আহিছিল, সেই ৰক্ষণশীলতাক বাদ দিলেও প্ৰকৃত ধৰ্ম্ম তেওঁলোকে পৰিত্যাগ কৰা নাই। প্ৰাচ্য জগতত ধৰ্ম্মৰ আচল অৰ্থ কৰ্ত্তব্য আৰু এই কৰ্ম্মযোগেই গীতাৰ প্ৰচাৰিত শ্ৰেষ্ঠ ধৰ্ম্ম। সেই হিচাপে তুৰস্কই আজি যি ধৰ্ম্ম গ্ৰহণ কৰিছে, তাৰ তুলনা দিবলৈ জগতত নাই। যি সনাতন ধৰ্ম্ম, তাক ধৰ্ম্ম নুবুলি আন নামে অভিহিত কৰিলেও, সি নিজৰ গৌৰৱত নিজে উজলি উঠিব, কামালৰ ধৰ্ম্মই আজি জগতত নিজৰ যি মহিমা ঘোষণা কৰি'ছ, পাশ্চাত্যৰ কোনো দেশতে কোনো যুগতে কোনো ধৰ্ম্মই তাক কৰিব পৰা নাই। নব্য তুৰ্কীয়ে পাশ্চাত্যভাৱৰ সহযোগত যি ধৰ্ম্ম প্ৰবৰ্ত্তন কৰিছে, তাৰ মূল নীতি— 'স্বদেশ, তাৰ পিছত স্বধৰ্ম্ম।' স্বদেশৰ আত্মপ্ৰতিষ্ঠাৰ লগত এই ধৰ্ম্ম অঙ্গাঙ্গীভাৱে সম্বন্ধ, সেই কাৰণে কামালৰ মনত আজি এই স্বদেশৰ স্বাধীনতাৰ বাহিৰে আন কোনো ধৰ্ম্মভাৱে ঠাই নাপায়।

আধুনিক তুৰস্কৰ এই পৰিবৰ্ত্তন লক্ষ্য কৰি নিউ ইয়ৰ্কৰ এখন

বিখ্যাত বাতৰি কাকতে মত প্ৰকাশ কৰিছিল যে তুৰস্কৰ নতুন জাতীয়তা বোধ মহাসমৰৰ পিছত সমগ্ৰ জগতৰ আটাইতকৈ বিস্ময়জনক ঘটনা। পাশ্চাত্য জাতিসমূহৰ দৃঢ় ধাৰণা আছিল যে প্ৰাচ্যৰ সকলো ৰীতি নীতি, বিশেষতঃ ধৰ্ম্মভাবৰ ধাৰা অপৰিবৰ্ত্তনীয়। কিন্তু তুৰস্কই সেই ধাৰণাৰ অমূলকতা প্ৰকাশ কৰিলে। সঁচাকৈ প্ৰাচ্যৰ আদৰ্শৰ ওপৰত তুৰস্কই আধুনিক পাশ্চাত্যৰ আদৰ্শক যিৰূপে প্ৰতিষ্ঠা কৰি এই দুই বিৰুদ্ধবাদী আদৰ্শৰ সমন্বয় সাধিলে, সি জগতৰ ইতিহাসত এটি বৰ আচৰিত কাহিনী। তুৰস্ক যে প্ৰাচ্য পাশ্চাত্যৰ মিলনস্থল, কামালে তাক সুন্দৰকৈ প্ৰমাণ কৰিলে।

ওপৰত উল্লেখ কৰা কাকতখনিয়ে আকৌ লিখিছিল যে প্ৰাচ্য, বিশেষতঃ ভাৰতবৰ্ষ আৰু ফিলিপাইনৰ পৰা অচিৰে আৰু এনে প্ৰভাৱ আহিব, যি প্ৰভাৱে বিশ্ব-সমাজৰ মৰ্ম্মস্থল পৰ্য্যন্ত প্ৰভাৱান্বিত কৰিব আৰু পাশ্চাত্যক আধুনিকতাৰ নতুন সাজ পিন্ধাই দিব। এই কাকতৰ ভবিষ্যদ্বাণী আজি সম্পূৰণ হৈছে—ভাৰতৰ অহিংস অসহযোগ আন্দোলনে প্ৰকৃততে সমস্ত জগতৰ সুপ্ৰতিষ্ঠিত আদৰ্শক বিচলিত কৰি ভাবৰাজ্যত নতুন চিন্তা আৰু অন্তৰত নতুন প্ৰভাৱৰ ছায়াপাত কৰিছে। জগতত শান্তি স্থাপনৰ যি চেষ্টা আজি ইমান দিনে চলি আহিছিল, তাক প্ৰাচ্যৰ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত নকৰিলে যে সকলো পৰিশ্ৰম ব্যৰ্থ হ'ব, তাক বুজাই দি এই অসহযোগ আন্দোলনে নতুন আদৰ্শ দাঙি ধৰিছে। প্ৰাচ্যৰ নৈতিক সম্পদ দেখি জড়বাদী পাশ্চাত্যই আজি তবধ মানিছে। বৰ্ত্তমান জগতে এক বাক্যে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে আধুনিক যুগৰ শ্ৰেষ্ঠতম পুৰুষ মহামানৱ মহাত্মাজীৰ বাণীয়েহে শান্তি স্থাপনৰ অমোঘ মন্ত্ৰ।

—পাঁচ—

# নাৰী জাগৰণ

'তৰুণ তুৰ্কী'ৰ যুৱকসমাজ আৰু তেওঁলোকৰ সুদক্ষ সেনাপতি কামালৰ চেষ্টাত তুৰস্কৰ পৰা বিদেশীৰ আধিপত্য লুপ্ত হ'ল, চুলতান আৰু খলিফাৰ পদৰ অন্ত পৰিল, গণতন্ত্ৰৰ প্ৰতিষ্ঠাৰে জনস্বাধীনতা স্বীকৃত হ'ল। কিন্তু যেতিয়ালৈকে দেশৰ নাৰীসমাজ পুৰুষৰ অধীনত, তেতিয়ালৈকে পূৰ্ণ গণতন্ত্ৰ প্ৰতিষ্ঠা হব নোৱাৰে। সেই দেখি গাজীয়ে দেশত শান্তি স্থাপন আৰু আন আন বিদেশীসকলৰ লগত আন্তৰ্জাতিক সমস্যাবোৰৰ যোগ্য সমাধান কৰি দেশৰ সমাজ সংস্কাৰ কাৰ্য্য আগঙৈকেও দৃঢ়তাৰে চলাবলৈ ধৰিলে। তেওঁ বৰ্‌চিয়াকৈ বুজিলে যে য়ুৰোপীয় জাতিবিলাকে সৈতে সম্মান লাভ আৰু উন্নতিৰ পথত সমানে আগ বাঢ়িবলৈ হলে নাৰীশক্তিক উপেক্ষা কৰিব নোৱাৰি। গতিকে সেই আদৰ্শলৈ লক্ষ্য ৰাখি তুৰস্কক নতুন জাতীয়তাবাদৰ ওপৰত প্ৰতিষ্ঠিত কৰা আৰু গণনীতি অনুসৰি স্ত্ৰী-পুৰুষ অভেদে সকলোকে ব্যক্তিগত স্বাধীনতা দান কৰা—এয়ে কামালৰ নব্য তুৰ্কীৰ প্ৰধান কৰ্ত্তব্যৰূপে পৰিগণিত হ'ল। তেওঁ সুবিজ্ঞ চিকিৎসকৰ দৰে বিৰাট ৰাষ্ট্ৰদেহৰ প্ৰত্যেক অঙ্গকেই অতিশয় মনোযোগেৰে পৰীক্ষা কৰি, তাৰ দুৰ্ব্বলতাৰ প্ৰতিবিধান কৰিবলৈ ধৰিলে।

চুলতানৰ অত্যাচাৰ বা বিদেশীৰ প্ৰভুত্বৰ পৰা তুৰস্কই মুক্তি পালেও, তুৰ্কীৰমণীসকলে তেতিয়াও পুৰুষৰ অত্যাচাৰৰ পৰা মুক্তি লাভ কৰা

নাই।. কামালে এই নাৰীশক্তিক মুক্তি দিবলৈ এদিন প্ৰতিজ্ঞা কৰিছিল —তেওঁৰ সেই মধুৰ সপোন দিঠকত পৰিণত কৰিবৰ আকাঙ্ক্ষাবে তেওঁ আজি সেই সমস্যাৰ সন্মুখীন হ'ল। তৰুণ সম্প্ৰদায়ক সম্বোধন কৰি তেওঁ আজি কলে "তিৰোতাসকলক হেৰেমৰ কুৎসিৎ নিয়মবোৰৰ অধীনত পুৰুষৰ দাসত্ব কৰিবলৈ দি দেশত আদৰ্শ গণতন্ত্ৰ প্ৰতিষ্ঠা সম্ভৱ নহয়। সংস্কাৰ কাৰ্য্যত যোগ দিবলৈ নিদি তেওঁলোকক এলেহুৱা আৰু অকৰ্ম্মণ্যকৈ ৰাখি জাতিৰ অৰ্দ্ধেক শক্তিৰ অপব্যয় কৰা হৈছে। বৰ্ত্তমানে নব্যতুৰ্কীয়ে সেই শক্তিৰে গঠনকাৰ্য্য সাধন কৰিব লাগিব আৰু এই হাস্যজনক নিন্দনীয় ৰীতি উঠাই দি তুৰস্কৰ কলঙ্কমোচন কৰাত দেশপ্ৰেমিক তুৰ্কী মাত্ৰেই আমাক সহায় কৰা বাঞ্ছনীয়। য়ুৰোপৰ জাতিসমূহৰ মাজত তুৰস্কই সন্মানৰ যোগ্য আসন লাভ কৰিবলৈ আকাঙ্ক্ষা কৰিলে, নাৰী জাতিক বন্ধনত ৰাখি সেই কাৰ্য্য সাধন কোনো কালেও সম্ভৱ নহয়।"

চুলতানৰ ৰাজত্বত তুৰ্কীৰমণীৰ জীৱন কি দুখময় আছিল, তাক বৰ্ণাই এজনা তিৰোতাই লিখিছে, "আমি এলেহুৱা আৰু অকৰ্ম্মণ্য; গতিকে আমাৰ জীৱনো ঘোৰ অশান্তিময়। নাৰীসকলক পুৰুষৰ সকলো কাৰ্য্যক্ষেত্ৰতে আৱশ্যক, আৰু সংসাৰত এনে বহুত কাম আছে, যিবোৰ পুৰুষতকৈ আমি অধিক কৃতকাৰ্য্যতাৰে কৰিব পাৰোঁ; অথচ দেশৰ অন্ধ ৰীতি নীতিয়ে আমাক সেই কাম কৰাত বাধা দি আহিছে। পুৰুষসকলৰ বিবেচনাত আমি নিৰ্জ্জীৱ পুতলি একোটি, তেওঁলোকৰ ভোগবিলাস আৰু ধূলি-খেমালিৰ কাৰণেহে যেন আমাৰ জন্ম।"

"আমাৰ সমাজৰ বুঢ়ীইঁতৰ দৰে আমিও কেৱল ভাগ্যক ধিয়াই

থাকিব পাৰিলে কিজানি আমাৰ অশান্তিৰ মাত্ৰা ইমান নাবাঢ়িলহেঁতেন, কিন্তু সকতে যিখিনি সময় লেখাপঢ়া কৰিবৰ সুযোগ পাইছিলোঁ, সেয়ে আমাৰ চকু মুকলি কৰি দিলে—আৰু সেয়ে আমাৰ জীৱনৰ ঘোৰ অশান্তিৰ কাৰণ হৈ পৰিল। তুৰ্কীজাতিক ঘোৰ উদাসীনতাই ধ্বংস কৰিলে—এই উদাসীনতাৰ বাবেহে আমাৰো আজি এই দুখ দুৰ্গতি। জীৱনৰ প্ৰত্যেক স্তৰ বিশ্লেষণ কৰি বুজিলোঁ, সকলোপিনে অন্যায়, অবিচাৰ আৰু অত্যাচাৰ। যিসকলে নিজে আমাৰ দৰে দুখত জীৱন কটোৱা নাই, তেওঁলোকে কেনেকৈ বুজিব, আমাৰ অন্তৰৰ কিমান ব্যথা? তুৰ্কী ৰমণীৰ জীৱনত যদি কিহবাৰ ওপৰত অধিকাৰ আছে, তেনেহলে সি দুখদৈন্য কান্দোনৰ করুণ বিননি আৰু নিৰাশাৰ দীঘল হুমুনিয়া।"

এই অশান্তিৰ হা হুতাশ আৰু বিদ্ৰোহৰ জুই কেতিয়াবাৰ পৰাই তুৰ্কী ৰমণীৰ বুকৰ মাজত উমাই উমাই জ্বলি আছিল—কালক্ৰমে স্বাধীনতাৰ বা' লাগি সি আত্মপ্ৰকাশ কৰিলে। বিখ্যাত লেখিকা হেলিডে হানুমে তেওঁৰ অমৃতময়ী লেখনীৰে সেই করুণ কাহিনী বাইজৰ আগত প্ৰকাশ কৰিলে। সি আজি দুকুৰি বছৰ আগৰ কথা। তেতিয়া "তৰুণ তুৰ্কীৰ" প্ৰাণ পৰ্য্যন্ত অঙ্কুৰিত হোৱা নাই। সঁচাকৈ এইটো বৰ আচৰিত কথা যে তুৰস্কৰ জাতীয় দলে যেনেকৈ নাৰীসমাজক মুক্তি দান কৰিলে, ঠিক সেই দৰে এই বন্ধন পীড়িতা নাৰীশক্তিৰ চেষ্টাতহে 'তৰুণ তুৰ্কী'ৰো এদিন জন্ম হৈছিল। সেই কাহিনী অতিশয় ৰহস্যজনক আৰু উপন্যাসৰ দৰে উপাদেয়।

তেতিয়া কুৰি শতিকাৰ আৰম্ভণি। হেবেমৰ কঠোৰ শাসনৰ চেপাত



তুবস্কব বিখ্যাত মহিলা কবি দববিছ ই হান্নুম

তুৰ্কীৰমণীৰ প্ৰাণ যাওঁ যাওঁ। ঠিক সেই সময়ত যি তুগৰাকী মহীয়সী ৰমণীৰ চেষ্টাত তুৰস্কৰ নাৰীসকলৰ দুৰ্দ্দশাৰ কথা সকলো সভ্যজগতে জানিবলৈ পালে, তেওঁলোক আজি কেৱল তুৰস্কৰেই নহয়, সমগ্ৰ পৃথিৱীৰে সন্মান আৰু শ্ৰদ্ধাৰ পাত্ৰী। মিচেছ হেৰিয়েট ষ্টোৱ 'দদাইৰ পঁজা'ই যেনেকৈ নিগ্ৰোদাসৰ করুণ জীৱনী আৰু আমেৰিকাৰ অত্যাচাৰৰ লোমহৰ্ষক কাহিনী বৰ্ণাই, ঘোৰ অন্যায়ৰ ওপৰ প্ৰতিষ্ঠিত এই ক্ৰীতদাসৰ প্ৰথাৰ বিৰুদ্ধে পৃথিৱীময় বিদ্ৰোহৰ সূচনা কৰিছিল আৰু কালক্ৰমে এই গ্ৰন্থৰ প্ৰভাৱতেই মহাপুৰুষসকলে তুমুল আন্দোলন চলাই, এই ঘৃণনীয় প্ৰথাৰ অন্ত পেলালে, তেনেকৈ চুলতান আব্দুল হামিদৰ বুঢ়া মন্ত্ৰী মুৰী বে'ৰ জীয়েক জেনেব আৰু মেলেকৰ অসীম সাহসিকতা আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত ১৯০৫ চনতেই তুৰস্কৰ এই বিদ্ৰোহৰ সূত্ৰপাত হ'ল—এই মহিলা দুগৰাকীয়ে নিজে নানা নিৰ্য্যাতন সহিও আৰু সমাজৰ নানা গৰিহনা খায়ো এই অত্যাচাৰৰ প্ৰতিকাৰ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলে। খাওঁতে, শোওঁতে, বহোঁতে—সদায় দুয়ো ভনীয়েকে নানা কাৰ্য্যপদ্ধতি আলোচনা কৰি তাক ক্ৰমান্বয়ে সংস্কাৰৰ উদ্দেশ্যে প্ৰয়োগ কৰিবলৈ ধৰিলে। তেওঁলোকে নানা ঠাইত গুপ্ত সভাসমিতি পাতি আন আন তিৰোতাসকলকো তেওঁলোকৰ এই দুৰ্দ্দশাৰ কথা সোঁৱৰাই দিবলৈ চেষ্টাৰ ক্ৰুটি নকৰিলে। কিন্তু দেশত এইদৰে ইকাণে সিকাণে তেওঁলোকৰ উদ্দেশ্যে প্ৰচাৰিত হলেও পৃথিৱীৰ আন দেশবোৰে যাতে তুৰ্কীনাৰীৰ এই দুৰ্দ্দশাৰ কাহিনী জানিবলৈ পায় আৰু ক্ৰমে সকলো সভ্য দেশেই নাৰীৰ এই মুক্তি আন্দোলনৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰে, তাৰ ব্যৱস্থা নকৰিলে চুলতানৰ কঠোৰ শাসনৰ অধীনস্ত

এনে কাৰ্য্যত সফলকাম হোৱা বৰ সহজ নহয়। সেই হেতুকে বুদ্ধিমতী জেনেৰে ভনীয়েকৰ লগত পৰামৰ্শ কৰি সেই সময়ৰ ফৰাছী ঔপন্যাসিক প্যাৰী লোটীৰ আশ্ৰয় ললে আৰু তুৰ্কী ৰমণীৰ এই কাহিনী বৰ্ণাই এখন উপন্যাস লিখিবলৈ তেওঁক অনুৰোধ কৰিলে। জেনেৰে মেলেক আৰু আন এগৰাকী ফৰাছী ৰমণীৰ সহায়তাত, দুয়ো ভনীয়েকৰ আত্মজীৱনীকে অৱলম্বন কৰি উপন্যাসখনৰ সাজ-সঁজুলি গোটাই লোটীক দিলে— লোটীৰ জীৱন্ত ভাষাৰ ৰহন লৈ "মোহমুক্ত" নামে এই উপন্যাস খনিয়ে বিদ্বানৰ সমাজত অতি উপাদেয় গ্ৰন্থ বুলি সমাদৰ পালে আৰু কিছুদিনৰ পিছত ই পৃথিৱীৰ নানা ভাষালৈ অনূদিত হ'ল। সভ্যজগতে সিদিনা, সেই কাহিনী পাঠ কৰি চৈতন্য লাভ কৰিলে, তেওঁলোকৰ অন্তৰ নাৰীৰ মুক্তিৰ প্ৰতি সহানুভূতিৰে ভৰি পৰিল। জেনেৰ আৰু মেলেকৰ মনৰ উদ্দেশ্য সিদ্ধি হ'ল। কুৰি শতিকাৰ জগত-জোৱা নাৰী আন্দোলনৰ প্ৰেৰণা যাইকৈ পাশ্চাত্য হলেও, ইও এটা তাৰেই উপাদান।

জেনেৰ আৰু মেলেকৰ পিছতে তুৰস্কত হেলিডে হান্নুমৰ আবিৰ্ভাৱ। পণ্ডিতসকলে তেওঁক নব্য তুৰ্কীৰ প্ৰাণ প্ৰতিষ্ঠাত্ৰী নাম দিছে। হেলিডে হান্নুম আব্দুল হামিদৰ অন্যতম ছেক্ৰেটৰী এজনৰ জীয়েক। অসাধাৰণ মনোবৃত্তি আৰু প্ৰতিভাৰ গুণত তেওঁ অতি অলপ দিনৰ ভিতৰতে সেই কালৰ তুৰ্কীৰমণীৰ পক্ষে সম্ভব সকলোখিনি শিক্ষা লাভ কৰিলে, গতিকে ডাঙৰ হোৱাত যদিও দেশৰ কুৎসিত ৰীতিনীতিয়ে তেওঁক কাৰ্য্যত বাধা দিবলৈ ধৰিলে, তথাপি শিক্ষাবিষয়ত তেওঁৰ বাধা পৰিবলৈ একো নাছিল—কাৰণ ইতিপূৰ্ব্বেই তেওঁৰ শিক্ষা সাঙ্গ হৈছিল। তুৰস্কৰ তিৰোতাসকলৰ মাজত সৰ্ব্বপ্ৰথমে তেৱেঁই জীৱিকা নিৰ্ব্বাহৰ

নিমিত্তে শিক্ষয়িত্ৰীৰ পদ গ্ৰহণ কৰিছিল—যদিও আচলতে তেওঁৰ উদ্দেশ্য আছিল যে এই কাৰ্য্যই তেওঁক প্ৰচাৰ কাৰ্য্যত যথেষ্ট সহায় কৰিব। তুৰস্কৰ দুৰ্দ্দশা দেখি তেওঁৰ ব্যথিত অন্তৰে তাৰ যোগ্য প্ৰতিবিধানৰ বাবে সঙ্কল্প কৰিছিল, এতিয়া তেওঁ শিক্ষাৰ মাজেদি সেই উদ্দেশ্য ব্যক্ত কৰি দেশৰ কুমলীয়া ছাত্ৰসকলক দেশপ্ৰেমৰ মধুৰ প্ৰভাৱেৰে অনুপ্ৰাণিত কৰিবলৈ ধৰিলে। স্বদেশোদ্ধাৰৰ পবিত্ৰ কামনা বুকত লৈ তেওঁলোকে নিজ নিজ ঘৰলৈ উভতি গ'ল।

এনেতে বলকান যুদ্ধৰ আৰম্ভণি। তুৰস্কৰ সমগ্ৰ সৈন্যবলে এই যুদ্ধত দেশৰ ৰক্ষাৰ অৰ্থে প্ৰাণপাত কৰিবলৈ ওলাল। হেলিডে হান্নুমে নানাজনৰ ঠাট্টা, সমালোচনা, বিদ্ৰুপবাণী—সকলোকে উপেক্ষা কৰি যুদ্ধক্ষেত্ৰলৈ আগ বাঢ়ি গ'ল আৰু আহত সৈন্যসকলৰ চিকিৎসা আৰু সেৱাশুশ্ৰূষাৰ অৰ্থে স্বেচ্ছাসেৱিকাৰ ভাৰ গ্ৰহণ কৰিলে। ক্ৰিমিয়াৰ যুদ্ধৰ সময়ত মিছ ফ্লোৰেন্স নাইটিঙ্গেলৰ দৰে এই মহীয়সী নাৰীয়েও নিজৰ নাৰীহৃদয়ৰ অপূৰ্ব্ব মাতৃশক্তিৰ প্ৰভাৱেৰে সৈনিকসকলৰ মনো-ৰাজ্যত অসীম প্ৰেৰণাৰ সঞ্চাৰ কৰিলে, তেওঁলোকে হান্নুমক দেৱীৰ দৰে জ্ঞান কৰিবলৈ ধৰিলে।

তাৰ পিছত পৃথিবীব্যাপী মহাসমৰ। এইবাৰ তুৰ্কীৰমণীয়ে সুন্দৰকৈ বুজি পালে,—হেৰেমৰ ঘৃণনীয় জীৱন পাতৰ দিন কেতিয়াবাই শেষ হ'ল। জাতীয় শক্তিয়ে যি দৰে দেশক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে, তালৈ পুৰুষসমাজে তেওঁলোকক আহ্বান নকৰিলেও, এনেকি বাধা পৰ্য্যন্ত দিলেও তেওঁলোকে তাক অৱজ্ঞা কৰি স্ব-ইচ্ছাৰে সৈনিক-

সকলক সহায় কৰা নাৰীৰ কৰ্ত্তব্য—কাৰণ নাৰীৰ পালিকাশক্তিৰ অভাৱত তেওঁলোকৰ সফলতা অসম্ভৱ। হালুমৰ চেষ্টাত এইবাৰ তুৰস্কৰ বহুত তিৰোতাই তেওঁৰ লগত যোগ দিলে। ফলত তুৰ্কী পুৰুষ-নাৰী—দুয়ো শক্তি একাধাৰে জাগৰিত হৈ উঠিল। হালুমে তুৰস্কৰ পুৰুষসকলক অঙ্গুলিসঙ্কেত কৰি কলে—জাতিৰ গৌৰৱ ৰক্ষাৰ ভাৰ তোমালোকৰ হাতত, আজি শৰীৰৰ সকলো শক্তি জগাই তুমি দেশমাতৃকাৰ সন্মান ৰক্ষাৰ্থে আগুৱাই যোৱা। নাৰী সমাজক সম্বোধন কৰি কলে—তৰুণৰ ৰুদ্ৰশক্তিৰ লগত তৰুণীৰ পালনশক্তি যুক্ত নহলে জাতি গঠন অসম্ভৱ। দেশৰ সকলো শক্তি সমবেত হৈ সিদিনা প্ৰবল শত্ৰুশক্তিৰ আক্ৰমণ ব্যৰ্থ কৰিলে—বিশ্ব-জগতে তুৰস্কৰ এই আমুপূৰ্ব্বিক সম্মিলনত বিস্ময় মানিলে; হালুমৰ মনৰ কল্পনাৰ আৰু এটি অংশ বাস্তৱতাত পৰিণত হ'ল—নাৰীৰ মুক্তি আন্দোলনৰ এয়ে প্ৰথম আৰু প্ৰধানতম স্তৰ। সিদিনাই নাৰীয়ে পুৰুষৰ আদেশলৈ বাট চাই নথাকি প্ৰকাশ্যে ঘোষণা কৰিলে—আমিও স্বাধীন।

হেলিডেৰ চেষ্টাত দেশত এই দৰে নানা সেৱানুষ্ঠানৰ সৃষ্টি হ'ল আৰু তুৰ্কীৰমণীয়ে সেইবোৰত যোগ দি নিজৰ ন্যায্য অধিকাৰ নিজেই বুজিললে। কিন্তু হালুম কেৱল সেৱিকাৰ কামতেই ক্ষান্ত নাছিল। জেনেৰ আৰু মেলেকৰ পিছতে তেওঁ ১৯০৭ চনত তুৰস্কৰ দুৰ্দ্দশা দূৰ কৰিবলৈ নিজৰ জীৱন সঙ্কল্প কৰিছিল। এই জাতি গঠনৰ অপৰিসীম প্ৰতিজ্ঞা বুকত লৈ তেওঁ ১৯০৮ চনত 'তানিন' নামে এখন বাতৰিকাকত সম্পাদনৰ ভাৰ লয় আৰু তেওঁৰ সাগ্ৰহ আহ্বান আৰু উৎসাহবাণী দেশৰ তৰুণ সম্প্ৰদায়ৰ মাজত প্ৰচাৰ কৰে। এই দৰে শিক্ষয়িত্ৰীৰূপে শিক্ষাৰ্থী

সকলক, স্বেচ্ছাসেৱিকা স্বৰূপে সৈনিকসকলক আৰু সম্পাদিকা হিচাপে সমগ্ৰ জাতিক নিজৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰি আজি হেলিডে হানুমে জগতৰ ইতিহাসত অমৰত্ব লাভ কৰিছে আৰু আধুনিক তুৰস্কৰ মাতৃস্বৰূপে অশেষ সন্মানৰ অধিকাৰিণী হৈছে। তেওঁৰ প্ৰতিষ্ঠিত স্কুল কলেজ আৰু নানা গঠনমূলক প্ৰতিষ্ঠানে আজি তেওঁৰেই যশোৰাশি কীৰ্ত্তন কৰিছে। যদিও 'তানিন'ৰ সম্পাদিকা হিচাপে চুলতানৰ শাসন পদ্ধতিক দোষাৰোপ কৰা বাবে, তেওঁ শাসন সম্প্ৰদায়ৰ বিষদৃষ্টিত পৰি মিছৰলৈ পলাই যাবলৈ বাধ্য হয়, আৰু তাৰ পৰা ইংলণ্ডলৈ যোৱাৰ পিছতহে "তৰুণ তুৰ্কী"ৰ সাহায্যত দেশলৈ উভতি আহে, তথাপি বিদেশত থকা কাল ভোগৰতো তেওঁ এদিনো অবাৰত নকটাই দেশৰ সংস্কাৰ সম্বন্ধে চিন্তা কৰিছিল আৰু বিশেষকৈ ইংলণ্ডত নানা সদনুষ্ঠানত যোগ দি নানা শিক্ষা পদ্ধতি অধ্যয়ন কৰি ছল। এই সময়ত তেওঁ যিবোৰ অমূল্য গ্ৰন্থ ৰচনা কৰিছিল, সেই বোৰৰ প্ৰত্যেক খনতেই দেশৰ একো একোটি সমস্যাৰ আলোচনা আৰু তাৰ যোগ্য সমাধানৰ চেষ্টা কৰা হৈছে,—সেই গ্ৰন্থৰাশি আজি তুৰস্কৰ আধুনিক সাহিত্যৰ ৰত্নস্বৰূপে পৰিগণিত হৈছে। তাৰ পিছত দেশলৈ উভতি আহিয়েই হানুমে আকৌ তেওঁৰ শিক্ষাদান কাৰ্য্য হাতত ললে আৰু মহাসমৰৰ ঠিক পূৰ্ব্বে কনষ্টান্টিনোপলৰ ৫০ জনী শিক্ষয়িত্ৰীৰ সহায়ত চিৰিয়াত কেইটিমান শিক্ষালয় প্ৰতিষ্ঠা কৰিলে। তেওঁ নিজে এই কাৰ্য্যত একাগ্ৰপন্থীয়া হৈ লাগিল আৰু জাতি বৰ্ণ নাইবা সৰু-বৰ নিৰ্ব্বিশেষে সকলো শ্ৰেণীৰ ছাত্ৰকে এই স্কুলত পঢ়িবৰ সুযোগ দিলে। ইতিপূৰ্ব্বে চিৰিয়াৰ স্কুলবোৰত কৰাচী ভাষাহে শিকোৱা হৈছিল। হানুমে দেখিলে যে আৰবৰিলাকক জাতীয়তাবোধ শিকাব লাগিলে

তেওঁলোকৰ মাতৃভাষা আৰবী শিকাৰ সুবিধা দিয়া উচিত। তেওঁ ভাত আৰবী ভাষাৰ প্ৰচলন কৰিলে।

নানা দেশহিতকৰ কাৰ্য্যত যোগ দিলেও মহাসমৰৰ আগলৈকে তুৰ্কী ৰমণীৰ এই অন্তৰ্বিপ্লৱৰ পূৰ্ণ প্ৰকাশ হোৱা নাছিল। সমাজত পুৰুষ আৰু নাৰীৰ মাজত যিমান প্ৰভেদ, বিভিন্ন স্তৰৰ তিৰোতাৰ মাজতো তিমান প্ৰভেদ আছিল আৰু উচ্চ বংশী তিৰোতাসকলে বিদেশত বিদেশী সাজ পাৰ পিন্ধি ফুৰিলেও সাধাৰণ শ্ৰেণীৰ তিৰোতাই কোনো দিনো ঘৰৰ বাহিৰ হবৰ সুযোগ নোপোৱাত ৰক্ষণশীলতাৰ চেপা তেওঁলোকেহে বেছিকৈ অনুভৱ কৰিছিল। কিন্তু বাহিৰত যিকি নহ'ক, দেশত উচ্চ শ্ৰেণীৰ মহিলায়ো মোল্লাৰ দৌৰাত্ম্যৰ হাত সাৰিব পৰা নাছিল। চৈধ্য বছৰত ভৰি দিলেই সকলো ছোৱালীয়ে বোৰ্খাৰে গোটেই শৰীৰ ঢাকি ৰাখিবলৈ আৰু কোনো পুৰুষক মুখ নেদেখুৱাবলৈ বাধ্য আছিল। এই কঠোৰ শাসনৰ তলত তুৰ্কীৰমণীৰ জীৱন বৰ বিষময় হৈ উঠিছিল। এই সম্বন্ধে এজনী বিদুষীয়ে লিখিছে "হেলিডে হানুমৰ অনুগ্ৰহত স্কুলত পঢ়ি তুৰ্কী ভাষাত বাজেও ফৰাছী অৰু ইংৰাজী শিকিবৰ সুযোগ পালোঁ। লাহে লাহে আৰু নতুন পুথি পঢ়ি তথ্য অনুসন্ধান কৰিবলৈ ধাউতি বাঢ়িল। তেতিয়া মোৰ বয়স দহ কি এঘাৰ—মুখত সদায় হাঁহি, মনত সদায় আনন্দ। লগৰীয়াসকলৰ লগত নাচি বাগি স্কুললৈ যাওঁ, হাঁহি হাঁহি বং ধেমালি কৰোঁ, গোটেই জীৱন যেন অতি মধুৰ, বৰ সুখৰ। কিন্তু মনৰ এই অলীক সপোনৰ মায়াজাল এদিন অকস্মাৎ দূৰ হ'ল— যিদিনা পিতাৰৈল আদেশ আহিল, মোৰ বয়স চৈধ্য হ'ল, এতিয়া আৰু স্কুললৈ যাব নোৱাৰোঁ, সদায় বোৰ্খা পিন্ধি থাকিব লাগিব। এই বস্তটো



তুৰ্কী ছোৱালীবিলাকে হকি খেলিছে



তুৰস্কৰ মেডিকেল কলেজৰ ছাত্ৰী কেইগৰাকীমান

মই সকবে পৰাই খিলাই আহিছিলোঁ, সঁচাকৈ তুৰ্কৰ ভীষণ ব'দত গা-মুখ ঢাকি, কেৱল দুটা ফুটাৰ মাজেদি বাট-পথ নিৰিখি অহা যোৱা বা কোনো কাম কৰাটো কিমান অস্বাস্থ্যকৰ আৰু মৃত্যুতকৈও বেছি যন্ত্ৰণাদায়ক, তাক এই সৰ্ব্বগ্ৰাসী চুঙাটোৰ আকাৰ দেখিলেই বুজা যায়। সকতে ভাবিছিলোঁ, আমাৰ দিন সুখতেই যাব, এইবোৰৰ পৰা আমি মুক্তি লাভ কৰিলোঁ আৰু কোনোবাই পিন্ধিবলৈ আদেশ দিয়ে যদি, তাক বলেৰে অগ্ৰাহ্য কৰিম। কিন্তু এতিয়া বুজিলোঁ, সমাজৰ কঠোৰ শাসনৰ পৰা কোনো প্ৰকাৰে উদ্ধাৰ নাই। আন আন ছোৱালীক গিলিয়েই সন্তুষ্ট নহ'ল, এদিনাখন মোকো এই বোৰ্খাৰূপী ৰাক্ষসে গিলি পেলালে। সমাজে এই দৰে মোৰ সতীত্ব ৰক্ষা কৰি নিশ্চিন্ত হ'ল, ইফালে মই যম-যাতনা ভুগিবলৈ ধৰিলোঁ।"

এই কুসিৎ প্ৰথাটো কেতিয়া কেনেকৈ তুৰ্কত প্ৰচলিত হ'ল, সেই সম্পৰ্কে নানাজনৰ নানা মত। ৰক্ষণশীল দলে কয় যে ই স্বয়ং মহম্মদৰ আদেশ আৰু কোৰাণৰ বাণী—ইছলাম সম্প্ৰদায়ে তাক যুগ যুগান্তৰ ধৰি পালি আহিছে। আকৌ উদাৰনীতিকসকলে মত প্ৰকাশ কৰি কয় যে মহম্মদে বিয়াৰ সময়ত ছোৱালীৰ মূৰত পাতল ওৰণী দিবলৈ উপদেশ দিছিল—কিন্তু অন্ধবিশ্বাসীসকলৰ চেষ্টাত এই প্ৰথা এদিনীয়া নহৈ চিৰস্থায়ী হৈ থাকিল, ক্ৰমে পাতল ওৰণীয়ে বৰ্ত্তমান বোৰ্খাৰ আকাৰ ধাৰণ কৰিলে। তুৰ্কৰ বিপ্লৱপন্থী লেখিকা খেলমা এক্ৰামে লিখিছে, "পয়গম্বৰৰ তিৰোধানৰ কেইবা শতাব্দী পিছত দুষ্ট শাসনকৰ্ত্তাবিলাকে মহম্মদৰ উপদেশৰ কু-ব্যাখ্যা কৰি কলে যে কোৰাণৰ আদেশ—ভাঠ আৱৰণেৰে তিৰোতাবিলাকক ঢাকি ৰাখিব লাগিব। এই দৰে আৱৰক

মাজত নাৰীসমাজ পোণ প্ৰথমে বন্দী হ'ল, তাৰ পিছত পাৰস্যই এই কুপ্ৰথা অনুকৰণ কৰিলে। তাৰ পিছত যেতিয়া চুলতান মহম্মদ ওছমানে নানা ঠাইৰ অধৰী জাতিবিলাকক গোটাই লৈ বিখ্যাত তুৰ্কী জাতি গঠন কৰিলে ঠিক সেই সময়তে এই পাপ তুৰস্কতো প্ৰবৰ্ত্তিত হ'ল।"

এই প্ৰথাৰ অধীনত ওঠৰ আৰু উনৈশ শতিকাত তুৰস্কৰ নাৰীসমাজে যি যাতনা ভোগ কৰিছিল, সি অবৰ্ণনীয়। গতিকে যদিও নানা জনৰ প্ৰভাৱ আৰু সংস্কাৰকাৰ্য্যৰ সফলতাত সামাজিক সকলো প্ৰথাৰে শাসন কমি আহিছিল, তথাপি তিৰোতাসমাজেও বহু যুগৰ এই প্ৰথা একে দিনে অৱজ্ঞা কৰি পুৰুষৰ বিৰুদ্ধে বিদ্ৰোহ তুলিবলৈ সংকোচ কৰিছিল, আৰু পুৰুষসকলেও নাৰীৰ ওপৰত তেওঁলোকৰ এই অত্যাচাৰমূলক কৰ্তৃত্ব এৰি দিবলৈ ইচ্ছা নকৰিছিল। তাৰ পিছত বলকান যুদ্ধ আৰু মহা-সমৰৰ সময়ত কেনেকৈ তেওঁলোকে নিজৰ ন্যায্য অধিকাৰ বুজি ললে, তাক পূৰ্ব্বে কোৱা হৈছে। যিদিনা তৰুণৰ লগত একেশাৰীত থিয় হৈ এই তৰুণী শক্তিয়ে জাতিৰ মহাসংগ্ৰামত আত্মনিয়োগ কৰিলে, সিদিনা পৃথিবীৰ ইতিহাসত এক অতি চিৰস্মৰণীয় দিন। এই ঘটনাই তুৰ্কী জাতিক উন্নতিৰ বাটত দুই শতিকা কাল আগুৱাই দিলে।

তাৰ পিছত জাতীয় যুগ। জাতীয় দলে প্ৰতিষ্ঠা লাভ কৰিয়েই কামালৰ নেতৃত্বৰ ঘোষণা কৰিলে—বৰ্ত্তমান তুৰস্কৰ এই জাতীয় শাসনৰ লগত পুৰণিৰ কোনো সহযোগিতা, সাদৃশ্য বা মিল নাই, গতিকে যি নিয়ম বা ৰীতিনীতি এই গণতন্ত্ৰৰ বিৰুদ্ধবাদী, তাক মানি চলিবলৈ তৰুণ শক্তি কেতিয়াও সন্মত নহয়। মানুহ প্ৰাণীজগতৰ শ্ৰেষ্ঠ জীৱ, পুৰুষ আৰু নাৰী তাৰে দুটা শ্ৰেণী। একৰ উন্নতিত আনে সহায় নকৰিলে কোনো

প্ৰকাৰে সমাজৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন নহয়। নাৰী সমাজে পালন শক্তিৰে জাতিক পালন নকৰিলে সমাজৰ ধ্বংস অনিবাৰ্য্য। মাতৃশক্তি সৃষ্টিৰ আদ্যাশক্তি; এই শক্তিক বন্ধনত ৰাখি কোনোৱে শক্তিমন্ত হব নোৱাৰে। তুৰকয়ো সমাজৰ এই বহুদিনীয়া ৰীতি পৰিবৰ্ত্তন নকৰিলে জাতিৰ গত্যন্তৰ নাই। কাৰণ পৰাধীনা মাতৃৰ গৰ্ভত স্বাধীন সন্তান উৎপন্ন হোৱা সম্পূৰ্ণ অসম্ভৱ, আৰু কোনো দাসপ্ৰবৃত্তিৰ মানুহে তুৰস্কৰ স্বাধীনতা ৰক্ষা কৰিব নোৱাৰিব। তদুপৰি গণ-নীতি অনুসৰি পুৰুষ-নাৰী অভেদে সকলো সমান আৰু বিশেষতঃ চুলতানৰ শাসনৰ পৰা মুক্তি লাভ যেনে বিধিসঙ্গত আৰু জাতিৰ পক্ষে মঙ্গলজনক, সেইদৰে নাৰীসমাজকো মুক্তি দি তেওঁলোকৰ শক্তি দেশৰ উন্নতিত নিয়োজিত কৰা দূৰদৰ্শিতাৰ কাম। কামালৰ এই যুক্তিৰ কোনোৱে প্ৰতিবাদ কৰিবৰ সাহ নকৰিলে। বয়সীয়াল মোল্লাসম্প্ৰদায়ে মনৰ কথা মনতে মাৰ নিয়াই এই প্ৰস্তাৱ সমৰ্থন কৰিলে। সিদিনাই তুৰ্কী ৰমণীৰ গাৰ পৰা ছয় শতিকাৰ বোৰ্খা সুলকি পৰিল, সিদিনাই তুৰ্কী নাৰীয়ে দাসত্বৰ সাজ এৰি পেলাই পুৰুষৰ সহধৰ্ম্মিনীৰূপে একে শাৰীত থিয় দিলে, সিদিনাই কেৱল তুৰস্কৰ নহয়, প্ৰাচ্য জগতৰ সমূহ নাৰীসমাজে মুক্তিলাভ কৰিলে। কেৱল আদেশ প্ৰচাৰ আৰু উপদেশ দান কৰিয়েই কামাল ক্ষান্ত নহ'ল, তুৰস্কৰ বহু শতাব্দীব্যাপী ইতিহাসত কামালে প্ৰথমে তেওঁৰ পত্নীক লগত লৈ ঘোঁৰাত উঠি গৈ সভাসমিতি নাইবা আন কোনো প্ৰকাণ্ড ৰাজহুৱা অনুষ্ঠানত যোগ দি তুৰ্কীজাতিৰ আগত নাৰীৰ প্ৰতি সম্মানৰ আদৰ্শ দাঙ্গি ধৰিলে। ইয়াৰ পিছত কোনোৱে আৰু এটি কথাও প্ৰকাশ কৰিবলৈ সাহ নকৰিলে।

তুৰস্কত আজি সকলো ক্ষেত্ৰতে নাৰী পুৰুষৰ সমান অধিকাৰ। দেশৰ পুৰণি আইন উঠাই দি নাৰীৰ এই নতুন অধিকাৰ ৰক্ষাৰ অৰ্থে চুইটজাৰলেণ্ডৰ আইন প্ৰবৰ্ত্তন কৰা হৈছে আৰু বহু বিবাহ প্ৰথাও আইনেৰে উঠাই দিয়া হৈছে। এতিয়া তেওঁলোকে পাৰ্লিয়ামেণ্টত বহিবৰ আৰু প্ৰতিনিধি নিৰ্ব্বাচনৰ অধিকাৰো লাভ কৰিছে। বিলাতী নাচ-গান দেশত প্ৰচলিত হোৱাৰ লগে লগে মতা-তিৰোতাই তাত সমানে যোগ দিছে আৰু কোনোবাই তেওঁৰ ঘৈনীয়েকক এনে অনুষ্ঠানলৈ লৈ নগলে, কামালৰ আদেশ অনুসৰি তেওঁক তাৰ পৰা উলিয়াই দিয়া হয়। কেইবছৰমান আগে এজন সম্পাদকে তেওঁৰ সম্পাদিত আলোচনীত স্ত্ৰীস্বাধীনতামূলক ব্যঙ্গচিত্ৰ এখনি প্ৰকাশ কৰিছিল। কামালে তৎক্ষণাৎ তেওঁৰ কৈফিয়ৎ তলব কৰিলে। সম্পাদকে উত্তৰ দিলে যে তেওঁ তাৰ দ্বাৰা তুৰ্কীৰমণীৰ স্বাধীনতাৰ প্ৰতি কোনো বিদ্ৰূপ ভাব প্ৰকাশ কৰা নাই, অন্ততঃ তেওঁৰ তেনে উদ্দেশ্য নাছিল—আজি জগতত যি দৰে স্ত্ৰী স্বাধীনতা আন্দোলন চলিছে, তাৰ পৰিণাম দেখুৱাই বিদেশী কাকত এখনে যি ছবি প্ৰকাশ কৰিছিল, তাকেহে তেৰোঁ পুনৰায় প্ৰকাশ কৰিছে। কামালে কিন্তু এই যুক্তি নামানিলে, এনেকি তেওঁ ক্ষমা প্ৰাৰ্থনা কৰাতো, কামালে সেই কাকত প্ৰকাশ বন্ধ কৰি দি সম্পাদকক জেললৈ পঠিয়ালে।

কামালৰ এই কঠোৰ শাসন বহুতে অন্যায়জনক বুলি কব পাৰে, কিন্তু ৰাজনীতিজ্ঞসকলৰ মত—দেশৰ নানা বিৰুদ্ধ মত নাশ কৰি ঐক্য স্থাপন কৰিব লাগিলে, আৰু তেনে ঠাইত কোনো নতুন শাসন প্ৰবৰ্ত্তন কৰিব খুজিলে, সংস্কাৰৰ প্ৰথম ছোৱাত শাসনবিভাগক দৃঢ়ভাৱে প্ৰতিষ্ঠা

কৰা আৱশ্যক। এই দৃঢ়তাৰ বাবেই কামাল সফলত'ৰ উচ্চশিখৰত উঠিল আৰু আমানুল্লা পদচ্যুত হ'ল।

তুৰস্কত বৰ্ত্তমানে বেলেগ বেলেগ অনুষ্ঠানক, এইটো তিৰোতাৰ বাবে, সেইটো পুৰুষৰ বাবে, এইদৰে নাম দিয়া নহয়। মুনিহ তিৰোতা, সকলো, সকলো ক্ষেত্ৰতে এক আৰু একেলগে নিজৰ যোগ্যতা অনুসৰি কাম কৰিবৰ অধিকাৰী। এজন বন্ধুৱে এই বিষয়ে প্ৰশ্ন কৰাত কামালে উত্তৰ দিছিল "এইটো তিৰোতাই কৰা, সেইটো তিৰোতাৰ বাবে, এনেকৈ মিছা শ্ৰেণীবিভাগৰ আৱশ্যক আৰু সাৰ্থকতাই বা কি? শিল্পকলা আৰু প্ৰতিভাৰ কোনো স্ত্ৰীপুৰুষ ভেদ নাই। প্ৰেৰণাৰহে স্ত্ৰী অথবা পুৰুষশক্তি আছে আৰু এই শক্তিয়ে কৃতকাৰ্য্যতাৰ বাবে, আত্মপ্ৰকাশৰ বাবে মানৱ আত্মাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে জাতীয় আন্দোলনক স্ত্ৰী আন্দোলন আৰু পুৰুষ আন্দোলন নাম দিয়াটো বিষম ভুল আৰু সংকীৰ্ণতাৰ চিন।"

এই নীতিৰ প্ৰভাৱত কামালে দেশৰ চৌদিশে দুয়ো শ্ৰেণীৰ কাৰণে একে ঠাইতে নানা শিক্ষাপ্ৰতিষ্ঠান পাতি দিলে—ফলত পুৰুষে নাৰীশক্তিক অসীম সম্মানেৰে চাবলৈ শিকিলে। য়ুৰোপত আজি নাৰীৰ যি অধিকাৰ, তুৰস্কত তাৰ কোনো গুণেই কম নহয়। তুৰ্কীৰমণী আজি পেৰিছৰ অপ্সৰীসকলৰ দৰে চতুৰা আৰু বিলাসিনী, জাৰ্ম্মানী আৰু চুইটজাৰলেণ্ডৰ তিৰোতাসকলৰ দৰে সুশিক্ষিতা আৰু ইংলণ্ডৰ তিৰোতাৰ দৰে প্ৰশান্ত চৰিত্ৰৱতী আৰু সুদৃঢ় শৰীৰসম্পন্না। এই আদৰ্শকে দৃঢ়তৰৰূপে প্ৰতিষ্ঠিত কৰিবৰ উদ্দেশ্যে প্ৰতিদিনে নানা ব্যায়াম কেন্দ্ৰ, ঘোঁৰাত উঠা, নাও বোৱা, সাঁতোৰা আদি নানা অনুষ্ঠানৰ সৃষ্টি

হৈছে—লগতে নাচ-গান থিয়েটাৰো আয়োজন। ইফালে শিক্ষাবিভাগ, স্বাস্থ্যবিভাগ আৰু শিশুমঙ্গল আৰু চিকিৎসা বিভাগত তুৰ্কী তিৰোতা সকলে অপূৰ্ব্ব কৃতিত্বেৰে আজি জাতিক সহায় কৰিবলৈ সমৰ্থ হৈছে। দূৰদৰ্শী কামালে বেছকৈ উপলব্ধি কৰিছিল যে এই বিভাগবোৰত পুৰুষেও কৃতকাৰ্য্যভাবে কাম চলাব পাৰে, তথাপি তিৰোতাসকলৰ প্ৰভাৱে সেই কাৰ্য্যত আৰু বেছি সফলতা দান কৰিব, এই ভাবি তেওঁ ফ্ৰান্স, আমেৰিকা, ইংলণ্ড, জাৰ্ম্মাণী আদি দেশলৈ তুৰস্কৰ ছাত্ৰীসকলক পঠিয়ালে—আজি তেওঁলোকে দেশলৈ উভতি আহি গাজীৰ মনৰ অভিলাষ পূৰ্ণ কৰিছে। এই কেইটি বিভাগত এনে সুন্দৰভাবে কাম চলিছে যে নাৰীশক্তিক বন্ধনমুক্ত কৰাৰ বাবে আজি পুৰুষসকলেও গৌৰৱ অনুভৱ কৰিছে।

কিন্তু বৰ আচৰিত কথা, যি নাৰীশক্তিৰ আন্দোলনৰ ফলত 'তৰুণ তুৰ্কী'ৰ অভ্যুদয় আৰু পৰিশেষত দেশৰ এই পুনৰ্জ্জন্ম, সেই নাৰীশক্তিয়ে মুক্তিলাভ কৰাৰ পিছত, কামালে তেওঁলোকৰ প্ৰতিনিধিত্ব আৰু নেতৃত্ব গ্ৰহণ কৰিলে। আন আন দেশত নাৰীসমাজে নানা প্ৰকাৰৰ দাবী কৰি নতুন নতুন অধিকাৰ লাভ কৰিছে। তুৰস্কত পুৰুষসকলে নাৰীক সেই অধিকাৰ স্বইচ্ছাৰে দান কৰিছে—কামাল তাৰ প্ৰথম নায়ক। তেওঁ তুৰস্কৰ প্ৰত্যেক নাৰী অনুষ্ঠানৰে সভাপতি আৰু উপদেষ্টা হ'ল।

—ছয়—

# স্বাধীনতা সুখ

প্ৰাচীন তুৰস্কৰ ভেটি আছিল চুলতানী শাসন আৰু খিলাফতৰ ধৰ্ম্মমূলক অত্যাচাৰ। আধুনিক তুৰস্কৰ আদৰ্শ—জন্মভূমি, জাতীয়তা আৰু স্বাধীনতা। চুলতান আৰু কামালৰ শাসনৰ পাৰ্থক্য এয়ে। বৰ্ত্তমান তুৰস্কৰ অধিবাসীসকলৰ মানত জন্মভূমিয়েই শ্ৰেষ্ঠতম দেৱতা আৰু তাৰ সেৱাই উৎকৃষ্ট ধৰ্ম্ম—এই জাতীয়তাই আজি তুৰস্কৰ স্বাধীনতা দৃঢ় ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰিছে। তুৰস্ক তুৰ্কীৰ নিমিত্তে—Turkey for the the Turks—এই কথাষাৰিও সেই আদৰ্শৰেই প্ৰতিধ্বনি মাথোন।

এই নতুন আদৰ্শেৰে জাতি গঠন কৰাই কামালৰ জীৱনৰ বিশিষ্ট ব্ৰত আছিল আৰু আজীৱন চেষ্টাৰে এই কৰ্ম্মযোগীয়ে তাক পূৰ্ণৰূপে সিদ্ধ কৰিবলৈ সক্ষম হৈছিল। এই গঠন কাৰ্য্যতেই তেওঁৰ আটাইতকৈ ডাঙৰ সফলতা আৰু ইতিহাসেও তেওঁক ৰণবিজয়ী গাজী হিচাপে নহয়, সংস্কাৰক কামাল হিচাপে মনত ৰাখিছে।

প্ৰাচীন ভিত্তিৰ ওপৰত নতুন আদৰ্শেৰে সমাজ গঠন কৰা সাধাৰণ সংস্কাৰকৰ সাধ্য নহয়। বজা ইজিয়াচৰ ঘোঁৰাশালি পৰিষ্কাৰ কৰিবলৈ যদি হাৰকিউলিচৰ দৰে বীৰপুৰুষহে সক্ষম হৈছিল, পুৰণি ধৰ্ম্ম, সভ্যতা আৰু কৃষ্টিৰ সাৰবস্তুখিনি ৰাখি, তাকে আশ্ৰয় কৰি নতুন সাঁচেৰে তুৰ্কী জাতিকো গঢ়ি তুলিব পাৰিলে একমাত্ৰ কামালেহে। এই হিচাপে, কামালৰ দৰে, সদৃশ সমস্যাৰ সন্মুখীন হব লগীয়া হৈছে পণ্ডিত নেহেৰু।

নানা শ্ৰেণীৰ প্ৰতিক্ৰিয়াশীল লোকৰ বাধা-নিষেধ উপেক্ষা কৰি ভাৰতীয় মহাজাতিক প্ৰগতিৰ বাটেৰে জগত সভাত সম্মানৰ শ্ৰেষ্ঠ আসনৰ অধিকাৰ দিব লাগিব। ভাৰতে আশা কৰিছে, ৰাজনীতিকুশল পণ্ডিতজী এই দুৰূহ সংস্কাৰ কাৰ্য্যত কামালৰ দৰে কৃতকাৰ্য্য হব পাৰিব। সংস্কাৰক হিচাপে কামাল পাছা পণ্ডিতজীৰ পথ-প্ৰদৰ্শক।

কামালে কেনেকৈ ধৰ্ম্মৰ আসনত দেশপ্ৰেম, চুলতানৰ আসনত গণৰাষ্ট্ৰৰ প্ৰতিষ্ঠা আৰু জাতিৰ মুক্তি সাধন কৰিলে তাক আমি দেখি আহিছোঁ। তেওঁ এতিয়া আন আন সংস্কাৰকাৰ্য্যত মন দিলে। কিন্তু সকলো চেষ্টাৰ গুৰিতে তেওঁৰ লক্ষ্য আছিল, যাতে কোনো প্ৰকাৰে চুলতানৰ লুপ্ত প্ৰভাৱে আকৌ তলে তলে মূৰ দাঙি উঠিব নোৱাৰে। ইতি পূৰ্ব্বে ধৰ্ম্মসংস্কাৰ আৰু শাসন প্ৰণালীৰ পৰিবৰ্ত্তনৰ দ্বাৰা তাক আংশিকৰূপে সাধন কৰা হৈছিল, এতিয়া তেওঁ ৰাজধানী কনষ্টাণ্টি-নোপলৰ পৰা তুলি আনি এঙ্গোৰাত পাতিলে। কনষ্টাণ্টিনোপলৰ দৰে এনে ধনে-জনে, সৌন্দৰ্য্য-সমৃদ্ধিয়ে ৰমক জমক বাণিজ্য বন্দৰ এখন এৰি আহি মৰুভূমিৰ মাজৰ জনশূন্য এঙ্গোৰাত শাসনকেন্দ্ৰ প্ৰতিষ্ঠা কৰাত য়ুৰোপীয় জাতিসকলে কামালৰ প্ৰতি বিদ্ৰূপোক্তি প্ৰয়োগ কৰিবলৈ সঙ্কুচিত হোৱা নাছিল—কিন্তু তেওঁৰ এই বিধান আচলতে গভীৰ ৰাজনীতিজ্ঞতাৰ পৰিচায়ক, এই কথা সমালোচকসকলে তেতিয়া পাহৰি গৈছিল। কনষ্টাণ্টিনোপল অটোমেন সাম্ৰাজ্যৰ পুৰণি ৰাজধানী—তাৰ প্ৰতি ধূলিকণাৰ লগত চুলতানসকলৰ পুৰণি স্মৃতি মিহলি হৈ আছে। গতিকে কনষ্টাণ্টিনোপলৰ পৰা ৰাজধানী তুলি নানিলে কনষ্টাণ্টিনোপলৰ প্ৰাচীন সৌন্দৰ্য্যই মানুহক মুগ্ধ কৰিব আৰু কাৰো কাৰো মনত চুলতানৰ

প্ৰতি সহানুভূতিৰ উদয় হব পাৰে। দ্বিতীয়তঃ কনষ্টান্টিনোপল অতুলনীয় ভোগ বিলাসৰ ঠাই, সৌন্দৰ্য্যৰ আধাৰ—তৰুণ তুৰ্কীক লাগে বীৰৰ অপূৰ্ব্ব কৰ্ম্মক্ষমতা আৰু কাৰ্য্যপ্ৰিয়তা—এঙ্গোৰাৰ দৰে মৰুভূমিতহে নানা অভাৱৰ মাজত এই গুণলাভ সম্ভৱ হয়। আজিও সেই দেখি এঙ্গোৰা কৰ্ম্ম আৰু কনষ্টান্টিনোপল ভোগ বিলাসৰ কেন্দ্ৰস্থল বুলি পৰিচিত। তৃতীয়তঃ কনষ্টান্টিনোপলক সুবিধাজনক বন্দৰ বুলি নিজৰ অধীনত ৰখা আৱশ্যক যদিও, তাত ৰাজধানী ৰাখিলে বহিৰ্জগতে সহজে চুকি পায়, এঙ্গোৰাতৈ হলে শত্ৰু সৈন্য অহাত কিছু পলম হব, আৰু সহজে আহিবও নোৱাৰে। তদুপৰি কনষ্টান্টিনোপল তুৰুকৰ একমূৰত; এঙ্গোৰা মধ্য স্থানত অৱস্থিত—গতিকে গণতন্ত্ৰৰ ৰাজধানীৰ উপযোগী। এই কেইটা কাৰণৰ বাবে তেওঁ ৰাজধানী এঙ্গোৰাত পাতিলে। আজি কামালৰ চেষ্টাত এঙ্গোৰাও সমৃদ্ধিশালী হৈ উঠিছে আৰু জনসমূহৰ মনৰ পৰা কনষ্টান্টি-নোপলৰ প্ৰতি আকৰ্ষণ কমি আহিছে। কনষ্টান্টিনোপলৰ যি মণিময় প্ৰাসাদত বহি এদিন চুলতানে ৰাজদণ্ড পৰিচালনা কৰিছিল, কামালৰ আদেশত সি মিউজিয়মত পৰিণত হৈছে—কুঁৱৰীসকলৰ বিলাস ভৱনত আজি তুৰ্কীৰমণীয়ে শিশুমঙ্গল সমিতি প্ৰতিষ্ঠা কৰিছে।

জনসাধাৰণ শিক্ষিত নহলে গণতন্ত্ৰৰ উদ্দেশ্য ব্যৰ্থ হয়। গতিকে জাতীয় নানা প্ৰতিষ্ঠানৰ লগে লগে দেশত যথাসম্ভৱ শিক্ষা বিস্তাৰ আৰম্ভ হ'ল। ইমান দিনে ধৰ্ম্মৰ মাজেদি মোল্লা, মৌলবী আৰু দৰবেশসকলে সামাজিক শিক্ষা দান কৰি আহিছিল, গতিকে শিক্ষাবিভাগ সম্পূৰ্ণৰূপে এওঁলোকৰ অধীনত ৰাখি চুলতানৰ নিশ্চিন্ত হৈছিল। কিন্তু কামালে ৰাষ্ট্ৰীয় বিভাগত এজন শিক্ষা-সচিব নিযুক্ত কৰি দেশৰ বহল শিক্ষা

প্ৰবৰ্ত্তনৰ ব্যৱস্থা কৰিবলৈ উপদেশ দিলে। কোনোৱে তেওঁক বাধা দিবলৈ সাহ নকৰিলে। চৰকাৰী ঘোষণা মতে ৪০ বছৰৰ কম বয়সীয়া সকলে অন্ততঃ প্ৰাথমিক শিক্ষা লাভ কৰিবলৈ বাধ্য হ'ল—কিন্তু দেশত তেতিয়া নব জাগৰণৰ ঢৌ উঠিছে—গতিকে এনেকি ৫০।৬০ বছৰীয়া বুঢ়া-বুঢ়ীয়েও ল'ৰা ছোৱালীৰ লগত একেলগে বহি পাঠ লবলৈ ধৰিলে। এই শিক্ষা প্ৰণালী কেৱল লিখা-পঢ়াতেই আবদ্ধ নাথাকিল—শাৰীৰিক উৎকৰ্ষ আৰু মানসিক শান্তিলাভৰ অৰ্থে নানাবিধৰ প্ৰতিষ্ঠানে দেখা দিলেহি। ডেকাৰ দেখাত-দেখি বুঢ়সকলেও বং মনেৰে এই অনুষ্ঠানত যোগ দি আনন্দ পালে।

চুলতানৰ আমোলত ফৰাছী ভাষাৰ বিশেষ প্ৰচলন আছিল—দোকান পাট, ৰেল জাহাজ আদি সকলোতে ফৰাছী ভাষাৰে বিজ্ঞাপন দিয়া হৈছিল, এনেকি চৰকাৰীবিভাগ সমূহতো ই যথেষ্ট প্ৰতিপত্তি লাভ কৰিছিল। কামালে একে দিনতে চৰকাৰী আদেশেৰে তাক বন্ধ কৰিলে। ক্ৰমে তুৰ্কীসকলৰ মাজত ফৰাছীভাষাৰ আদৰ কমি আহিল।

বৰ্ণমালাসংস্কাৰ সম্বন্ধে সমস্যা উপস্থিত হ'ল। তুৰস্কৰ নিজৰ বৰ্ণমালা নাই, তুৰ্কী ভাষা আৰবী বৰ্ণমালাৰে লিখা হৈছিল। কিন্তু আৰবী বৰ্ণমালাত স্বৰৰ সংখ্যা অতিশয় কম, অথচ তুৰ্কী ভাষা লিখিবলৈ স্বৰৰ বিস্তৰ প্ৰয়োজন। কামালে এই অসুবিধা দূৰ কৰিবৰ অৰ্থে আৰবী বৰ্ণমালা উঠাই দি তাৰ ঠাইত ৰোমান বৰ্ণমালাৰ প্ৰচলন কৰিলে। তেওঁ আদেশ জাৰী কৰিলে যে পাঁচ বছৰৰ মূৰত তুৰস্কৰ পৰা আৰবী বৰ্ণমালা লোপ পাবই লাগিব। সেই মুহূৰ্ত্তৰ পৰা শিক্ষা-সচিবে এই বৰ্ণমালা



আধুনিক তুরস্কর বানিজ্য বন্দর

শিক্ষাৰ দিহা কৰিলে, এনেকি পাঠাগাৰ আৰু ৰাজহুৱা সভা সমিতি আদিতো এই শিক্ষাত সহায়তা কৰিবৰ অৰ্থে লোক নিযুক্ত হ'ল। যিবিলাক বুঢ়াবুঢ়ীয়ে চকুৰ দৃষ্টিশক্তি হেৰুৱাইছে, তেওঁলোকেও দিগ-চশমাৰ সহায়েৰে পৰম উৎসাহেৰে এই বৰ্ণমালা শিকিবলৈ ধৰিলে। পাঁচ বছৰ নৌহওঁতেই তুৰ্কৰ পৰা আৰবী বৰ্ণমালা সমূলকে লোপ পালে।

আচাৰ ব্যৱহাৰৰ লগে লগে সাজ পাৰৰ পৰিবৰ্তন ঘটিছিল যদিও, পুৰুষসকলে তেতিয়াও মূৰৰ পৰা ফেজ টুপী এৰা নাছিল। মহাযুদ্ধৰ পূৰ্ব্বে যদিওবা কোনো কোনোৱে য়ুৰোপীয় টুপী পিন্ধিবলৈ শিকিছিল, তথাপি স্মাৰ্ণা জয়ৰ পিছত তুৰ্কী সেনাই এই টুপীৰ প্ৰতি বিজাতীয় অশ্ৰদ্ধা প্ৰকাশ কৰি তাৰ অগ্নিসংস্কাৰ কৰিছিল। কামালে পুনৰায় এই ফেজ উঠাই দি য়ুৰোপীয় টুপীৰ প্ৰচলন কৰিবলৈ সঙ্কল্প কৰিলে। কাৰণ এই ফেজ টুপীয়ে এফালে যেনেকৈ পিন্ধোতাক মুছলমান বুলি চিনাই দি আনৰ লগত পাৰ্থক্যৰ সৃষ্টি কৰে, আনপিনে সেই দৰে ওচমানী সাম্ৰাজ্যৰ স্মৃতিও মনত সজাগ ৰাখে। কিন্তু এই দুয়োটিয়েই গণনীতিৰ বিৰুদ্ধবাদী চিন। কামালে সেই দেখি জনসাধাৰণক বুজালে যে জাতি হিচাপে শ্ৰেষ্ঠতাৰ আসন পাব খুজিলে এই টুপী পৰিত্যাগ কৰা বাঞ্ছনীয়। আৰু বিশেষতঃ ফেজ টুপীও তেওঁলোকে প্ৰাচীন গ্ৰীকবিলাকৰ পৰাহে পিন্ধিবলৈ শিকিছে; তেনেস্থলত গ্ৰীক ৰীতি এৰি পেলাই আধুনিক য়ুৰোপীয় ৰীতি অৱলম্বন কৰাত কোনো আপত্তিৰ কাৰণ নাই। পিছদিনাতেই তেওঁ আইন কৰি ফেজ টুপী বাতিল কৰিলে—সিদিনাই তুৰ্কৰ পৰা ফেজৰ অন্তৰ্দ্ধান।

## কামাল পাছা

তৰুণ-তুৰ্কীৰ প্ৰথম বিপ্লৱৰ পিছৰে পৰাই জাতীয় শাসন পৰিষদে ভাবিছিল যে যুগৰ প্ৰভাৱৰ লগত তাল ৰাখি চলিবলৈ হলে দেশপ্ৰেমিক হোৱাতকৈও বিশ্বপ্ৰেমিক হোৱা শ্ৰেয়স্কৰ। সেইগতিকে দেশৰ ইহুদী, আৰব, গ্ৰীক আদি সকলোকে সমান অধিকাৰ দান কৰা হ'ল, কিন্তু লাহে লাহে তেওঁলোকে নিজৰ ভুল সুন্দৰকৈ বুজিব পাৰিলে। গ্ৰীকবিলাকে যেতিয়া তুৰস্কৰ আদৰ্শৰ প্ৰতি লক্ষ্য নাৰাখি গ্ৰীছৰ স্বাৰ্থৰ প্ৰতি চাবলৈ ধৰিলে, আৰববিলাকে যেতিয়া তুৰস্কৰ পৰা ফালৰি কাটি লৈ বেলেগ ৰাজনৈতিক কেন্দ্ৰ পাতিব খুজিলে, জাৰ্মানীসকলে যেতিয়া তুৰস্কৰ বিৰুদ্ধে ৰুছিয়াৰ লগত ষড়যন্ত্ৰত লিপ্ত হোৱাৰ প্ৰমাণ পোৱা গ'ল, তেতিয়া শাসন সম্প্ৰদায়ৰ মতৰ পৰিবৰ্ত্তন ঘটিল। বিদেশী আৰু অধিবাসীসকলক লৈ বৃহৎ তুৰ্কী সাম্ৰাজ্য গঠন কৰাতকৈ, আচল তুৰ্কীজাতিক লৈ তুৰস্কক সৰু দেশ কৰি ৰখাও বহুত গুণে শ্ৰেয়ঃ এয়ে তেওঁলোকৰ বৰ্ত্তমান নীতি। তুৰস্কত থাকিলে সকলোৱে মনে প্ৰাণে তুৰ্কীৰ লগত সহানুভূতি প্ৰকাশ কৰিবই লাগিব। এই নীতিৰ বশৱৰ্ত্তী হৈয়ে আজিকালি সকলো কামতে প্ৰথমে তুৰস্কৰ স্বাৰ্থৰ পিনে লক্ষ্য ৰাখি, তাৰ পিছত সম্ভৱ হলে, বিদেশীৰ স্বাৰ্থ পূৰণৰ চেষ্টা কৰা হয়। এই হেতুকেই কামালে আইনেৰে ঘোষণা কৰিছিল যে ১৯২৯ চনৰ ১লা জানুৱাৰীৰ পিছত বিদেশীৰ যিসকল সন্তান সন্ততি তুৰস্কত উপজিব, তেওঁলোকক তুৰস্কৰ নাগৰিক বুলি ধৰি লোৱা হব। কামালৰ এই বিধানত সমগ্ৰ য়ুৰোপৰ কাগজে পত্ৰই ৰাজনীতিজ্ঞসকলে নানা সমালোচনাৰ অৱতাৰণা কৰিছিল। কামালে কিন্তু কাৰো মন্তব্যলৈ এধান মানিও ভ্ৰূক্ষেপ নকৰিলে। তাৰ উপৰি বিভিন্ন প্ৰদেশতো বিদেশী সকলক লৈ সদৃশ সমস্যাৰ

উন্নত হৈছে। আমাৰ ৰাজনৈতিক নায়ক সকলে খৰখৰকৈ কোনো সিদ্ধান্তত উপস্থিত নহৈ কামাল পাছাৰ আদৰ্শ অনুকৰণ কৰা উচিত হব।

ভাৰতৰ দৰে তুৰস্কও কৃষিপ্ৰধান দেশ—প্ৰায় চাৰিভাগৰ তিনিভাগ অধিবাসীয়েই খেতিয়ক। কামালে জাতিৰ প্ৰাণস্বৰূপ এই কৃষকশ্ৰেণী আৰু তেওঁলোকৰ ব্যৱসায়ৰ উন্নতি সাধনত মন দিলে। পাৰ্লিয়ামেণ্টৰ উদ্বোধনী বক্তৃতাত তেওঁ সভ্যসকলক সম্বোধন কৰি কলে যে তুৰস্কৰ খেতিয়কসকলৰ অৱস্থাৰ পৰিবৰ্ত্তন কৰিব নোৱাৰিলে জাতিৰ উন্নতি অসম্ভৱ, গতিকে কৃষিৰ উন্নতি সাধনেই জাতীয় পৰিষদৰ প্ৰথম লক্ষ্য। তেওঁলোকেই ৰাজ্যৰ প্ৰভুস্বৰূপ, কাৰণ এই খেতিয়সকলৰ পৰিশ্ৰমৰ ফলতহে আজি তেওঁলোকে এমুঠি খাবলৈ পাইছে; কিন্তু এই ব্যৱসায়টো আধুনিক উন্নত প্ৰণালীৰে চলাবলৈ শিকাওঁতা মানুহ আমাৰ মাজত নাই বুলিলেও হয়। গতিকে কৃষিপ্ৰতিষ্ঠানবোৰত নতুন বিশেষজ্ঞ নিযুক্ত কৰা সৰ্ব্বতোভাৱে বিধেয়। কৃষকৰ প্ৰতি কামালৰ এই সহানুভূতিসূচক বাক্যত খেতিয়কসকলৰ প্ৰাণ গলি গ'ল। যুদ্ধৰ পিছত যুদ্ধৰ ফলত যেতিয়া এই কৃষকশ্ৰেণী সৰ্ব্বস্বান্ত হৈ দুৰ্ভিক্ষৰ দাৰুণ চেপাত তিলে তিলে প্ৰাণ দিছিল, যিদিনা খেতিপথাৰ পতিত হৈ পৰি আছিল, গাওঁভূঁই জনশূন্য হৈ গৈছিল, সিদিনা এই মুমূৰ্ষু জাতিৰ কাতৰ প্ৰাৰ্থনাতো চুলতানে তাৰ কোনো প্ৰতিবিধান নকৰি অৱজ্ঞাৰে মুখ ঘূৰাইছিল—আজি গাজীয়ে তেওঁৰ সকলো শক্তি এই খেতিয়ক সকলৰ উন্নতিৰ অৰ্থে নিয়োগ কৰাত তেওঁলোকে কামালক দেৱদূত জ্ঞান কৰিব ধৰিলে। গাজীৰ আদেশ তেওঁলোকে পয়গম্বৰৰ আদেশ বুলি মানি ললে।

কামালৰ আদেশত অচিৰে নানা কেন্দ্ৰত কৃষিশিক্ষাৰ ব্যৱস্থা হ'ল—ফ্ৰান্স আৰু জাৰ্ম্মানীৰ পৰা বিশেষজ্ঞ আনাই ছাত্ৰসকলক শিক্ষা দিবলৈ দিহা কৰা হ'ল। কেইজনমান উচ্চশিক্ষাৰ্থীক য়ুৰোপৰ বেলেগ বেলেগ বিশ্ববিদ্যালয়লৈ পঠিয়াই চৰকাৰে তেওঁলোকৰ শিক্ষাৰ ভাৰ ললে। তাৰ ফলত তেওঁলোকে শিক্ষা সাঙ্গ কৰি আহি দেশৰ কৃষিৰ উন্নতিত মন দিলে। চৰকাৰী কৃষি বিভাগে মাটিৰ গুণাগুণ পৰীক্ষা কৰি খেতিয়কসকলক সেই অনুযায়ী নানা বিধৰ খেতিত বেলেগ বেলেগ ঠাইত নিযুক্ত কৰিলে। লগতে গো-সমস্যাৰ সমাধানৰ বিশেষ চেষ্টা কৰিলে। চুলতানৰ দিনত দেশৰ হাবি বন মুকলি কৰি তাক বিদেশী সকলে নিজ নিজ কামত লগাইছিল—কামালে জঙ্গলী আইনৰ বলেৰে ডাঙৰ ডাঙৰ কাঠনিবোৰ ৰক্ষাৰ বন্দোবস্ত কৰিলে। কাৰণ এই হাবিবোৰৰ পৰা নানা ফালেদি চৰকাৰৰ আয় হোৱাৰ উপৰিও ই জাতীয় শিল্পোন্নতিত সহায় কৰে আৰু দেশত বেছি বননি থাকিলে বৰষুণৰো মাত্ৰা বাঢ়ি খেতিত বিশেষ সহায়তা কৰে। ইয়াৰ বাহিৰেও মাটিৰ ওপৰত ৰায়তৰ স্বত্ব, আয় কৰ, কৃষি-ঋণ আদিৰে গাজীয়ে খেতিয়কসকলক পাৰ্য্যমানে সহায় কৰিলে—এনেকি তেওঁৰ নিজৰ সক বাগিছাখনিতো বিশেষজ্ঞৰ সহায়ত কৃষি বিষয়ক নানা বিধৰ পৰীক্ষা কাৰ্য্যত কামালে সদায় নিতৌ পুৰা এঘণ্টাকৈ কটাবলৈ ধৰিলে।

কৃষিৰ লগত শিল্পৰ ঘনিষ্ঠ সম্বন্ধ। চুলতানৰ আমোলত যে দেশত শিল্প চৰ্চ্চা নাছিল, তেনে নহয়, কিন্তু বিদেশী বেপাৰীসকলে ক্ৰমে নিজৰ ব্যৱসায়জাত বস্তুৰ প্ৰচলন কৰি এই জাতীয় শিল্পবোৰ ধ্বংস কৰিবৰ উপক্ৰম কৰিছিল। তুৰস্কৰ খনিবোৰ বিদেশী বণিকে একচেটিয়াকৈ

অধিকাৰ কৰিবলৈ আক্ৰোশ কৰিছিল। কামালে দৃঢ় শাসনেৰে
তেওঁলোকক এই কাৰ্য্যত বাধা দিলে। শিল্পশিক্ষাৰ বাবে দেশতেই
নানা স্কুল কলেজ পাতি দিয়া হ'ল, বিদেশতো শিক্ষাৰ্থীসকলে শিক্ষা লাভ
কৰি আহিল গৈ, কামালৰ লক্ষ্য হ'ল দেশীয় শিল্পৰ সহায়েৰে প্ৰথমে
দেশৰ অভাৱ পূৰণ কৰি, বাকী বস্তু বিদেশলৈ চালান দি বিদেশত তুৰস্কৰ
প্ৰাধান্য স্থাপন কৰা আৱশ্যক। এই উদ্দেশ্যে ৰেল পথ, আলি-পদূলি
সজা হ'ল—তুৰস্কৰ সকলো প্ৰধান প্ৰধান কেন্দ্ৰ এই দৰে সংযুক্ত হোৱাত
দেশৰ অভাৱৰ মাত্ৰা কমি শিল্পৰ ক্ৰমোন্নতি হ'বলৈ ধৰিলে। প্ৰধানমন্ত্ৰী
ইছমত পাছাৰ কৰ্ত্তৃত্বত দেশত ৰেলপথ এনে ভাৱে বিস্তৃত হল যে
তেওঁৰ গৱৰ্ণমেণ্টক কোনো কোনোৱে ৰেলৱে গৱৰ্ণমেণ্ট বুলি অভিহিত
কৰিবলৈ ধৰিলে। দেশীয় শিল্পজাত বস্তুৰ ওপৰত কৰৰ নিৰিখ কমাই
বিদেশী বস্তুৰ ওপৰত ডাক বঢ়াই দিয়া হ'ল। কামালে ঘোষণা কৰিলে
যে কোনো প্ৰাদেশিক গৱৰ্ণমেণ্ট, মিউনিছিপেলিটি বা বোৰ্ডে যদি দেশীয়
গৱৰ্ণমেণ্টৰ পৰা কোনো প্ৰকাৰ সাহায্য লাভৰ আশা কৰে, তেনেহলে
বিদেশী বস্তুতকৈ দেশী বস্তুৰ দাম শতকৰা দহভাগ বেছি হলেও, দেশী
বস্তুহে কিনিব লাগিব। কোনো শিল্পমূলক প্ৰতিষ্ঠানত বিদেশী কৰ্ম্মচাৰী
লোৱা নিষেধ, কেৱল যদি কোনো বিভাগত উপযুক্ত দেশীয় কৰ্ম্মচাৰী
পোৱা নাযায়, তেনেহলে সেই ক্ষেত্ৰত বিদেশীক নিয়োগ কৰি ইতিমধ্যে
দেশবাসীক সেই বিষয়ত শিক্ষা দানৰ ব্যৱস্থা কৰিব লাগিব। চৰকাৰৰ
এনে ব্যৱস্থাৰ ফলত বিদেশীসকল তুৰস্কৰ কোনো স্বাৰ্থত হস্তক্ষেপ কৰাৰ
পৰা বঞ্চিত হ'ল, আৰু দেশৰ আয়ৰ পৰিমাণো চাৰি পাঁচ বছৰৰ
ভিতৰতে আগতকৈ দোকৰ গুণে বাঢ়িল।

কামালৰ এই নীতিয়ে বিদেশী সমাজত সমাদৰ পোৱা নাছিল—সাধাৰণে কথা। কিন্তু তুৰস্কৰ আধুনিক জাতীয়তাৰ আদৰ্শই হ'ল দেশৰ অৰ্থ—সম্পদৰ ওপৰত বিদেশীৰ প্ৰভাৱ গুচোৱা। এই জাতীয় স্বাৰ্থ-সিদ্ধিৰ বাবেই বাণিজ্যবিষয়তো কামালৰ এই ব্যৱস্থা। বিদেশীৰ লক্ষ্য আছিল, তুৰ্কীৰ কঁকাল ভাঙি পেলাই ধৈ ধন-সম্পদ সকলো নিজৰ হস্তগত কৰা, আৰু ক্ৰমে প্ৰাধান্য বিস্তাৰৰ দ্বাৰা আশ্ৰয়ৰক্ষাৰ ছলেৰে দেশ অধিকাৰ কৰা। কামালৰ প্ৰচেষ্টা হ'ল, জাতীয়তাৰ বলেৰে বিদেশীৰ প্ৰভাৱ ধ্বংস কৰি তুৰস্কক শীৰ্ষস্থান দান কৰা। এনেস্থলত এই বিৰুদ্ধবাদী স্বাৰ্থৰ ঘাত প্ৰতিঘাতত বিদেশীৰ অন্তৰ্দাহ উপস্থিত হোৱাত বিচিত্ৰতা কি ?

হেলিডে নামৰ চেষ্টাত স্বাস্থ্য বিভাগত কি পৰিবৰ্ত্তন ঘটিল, তাৰ কিঞ্চিৎ আভাস ইতিপূৰ্ব্বে দিয়া হৈছে। কামালৰ যত্নত তুৰস্কৰ শিশুমৃত্যুৰ সংখ্যা ক্ৰমে কমি আহিল আৰু যাতে সন্তানৰ প্ৰতি মাকে স্বাস্থ্যনীতি অনুসৰি যথেষ্ট যতন লবলৈ জানে তাৰ শিক্ষাৰ অৰ্থে চাৰিওফালে এনে ধৰণৰ শিক্ষা প্ৰতিষ্ঠান গঢ়ি উঠিবলৈ ধৰিলে। তুৰস্কৰ ধাত্ৰীসকলে কামালক এই বিষয়ে যথেষ্ট সাহায্য কৰিলে।

তুৰস্ক অতিশয় মেলেৰিয়াৰ দেশ। কিন্তু কামালে নানা অভিজ্ঞ চিকিৎসক নিযুক্ত কৰি তাৰ উপযুক্ত প্ৰতিবিধান কৰিলে—ফলত সোনকালে তাৰ প্ৰকোপ ক্ৰমান্বয়ে কমি আহিল। ১৯২০ চনৰ পূৰ্ব্বে তুৰস্কত স্বাস্থ্য বিভাগ বুলি কোনো এটি চৰকাৰী বিভাগ নাছিল, জাতীয় পৰিষদৰ চেষ্টাত সেই বিভাগ প্ৰতিষ্ঠিত হোৱাৰ লগে লগে তাৰ তত্ত্বাৱধানৰ অৰ্থে শাসনপৰিষদত এজন স্বাস্থ্যমন্ত্ৰী নিযুক্ত হ'ল।

ক্রমে প্রত্যেক জিলাতেই অন্ততঃ ১৫টিকৈ ডাক্তাৰখানা পাতি দিয়া হ'ল। কেৱল এয়ে নহয়, বিয়াৰ আগেয়ে যাতে বৰ-কইনা দুয়োজনকে বিশেষজ্ঞৰ দ্বাৰা পৰীক্ষা কৰাই স্বাস্থ্য সম্পৰ্কে অভিমত লোৱা যায়, তাৰ ব্যৱস্থাও নকৰি নাথাকিল। কামালৰ আদেশ, ডাক্তাৰে অনুমতি নিদিলে কোনোৱে বিবাহ বন্ধনত সোমাব নোৱাৰে। কালক্রমে সেই আদেশ প্রায় সামাজিক নিয়মৰূপে গৃহীত হ'ল।

বিদেশী কোম্পানীৰ সাহায্যত তুৰস্কৰ ডাক, টেলিগ্রাফ, টেলিফোন আৰু বেতাৰ টেলিগ্রাফৰ উন্নতিৰ অৰ্থে বিশেষ চেষ্টা চলিল, কিন্তু এই কোম্পানীবিলাকেও উপযুক্ত তুৰ্কীক এৰি বিদেশীক কামত নিযুক্ত কৰিব নোৱাৰিছিল।

সাহিত্য জাতিৰ প্রাণ—গতিকে এই ৰাজৰ্ষিয়ে সাহিত্যৰ প্রতিও যথাযোগ্য মনোযোগ দিলে। তেওঁৰ চেষ্টাত সাহিত্যোন্নতিৰ অৰ্থে ঠায়ে ঠায়ে পুথিভঁৰাল আৰু মিউজিয়ম প্রতিষ্ঠা কৰা হ'ল। ভাষা আৰু বৰ্ণমালা সংস্কাৰৰ পিছৰ পৰা তুৰ্কীৰ সাহিত্যসম্পদ যথেষ্ট ৰূপে বাঢ়ি আহিল আৰু তুৰ্কী লেখক লেখিকাসকলে সাহিত্য প্রতিভাৰ বাবে বিদেশতো সন্মান লাভ কৰি যশস্বী হ'ল।

খলিফাৰ বিধান অনুযায়ী চুলতানৰ ৰাজত্বত, মুছলমান-ধৰ্মী সকলৰ পক্ষে অভিনয় বা নাচ গান নিষিদ্ধ আছিল, গতিকে তেতিয়াৰ দিনত বিদেশীৰ বাহিৰে আনে এই আমোদ পাতিবৰ বা তাত যোগ দিবৰ অধিকাৰী নাছিল। কামালে সেই আইন উঠাই দিলে, তেওঁৰ তত্বাৱধানত দেশত কেইবাটাও নাট্যশালা প্রতিষ্ঠিত হ'ল, আৰু তুৰ্কী ভাষাত নাটক অভিনীত হবলৈ ধৰিলে। কামাল আৰু তেওঁৰ প্রধান মন্ত্রী ইছমত

পাছাই চৰকাৰৰ পক্ষৰ পৰা এনে অনুষ্ঠানৰ আয়োজন কৰি জনসাধাৰণক উৎসাহ দিলে। তাৰ ফলত ছেক্সপীয়েৰ আৰু ইবছেনৰ নাটক আৰু এনেকি য়ুৰোপীয় বল-নাচ তুৰ্কী পুৰুষ-নাৰীৰ বৰ প্ৰিয় বস্তু হৈ উঠিল।

তেৰ কুৰি বছৰৰ আগৰ তুৰ্কৰ লগত আজিৰ তুৰ্কক বিজাই চালে, দুয়োৰে ভিতৰত আকাশ পাতাল প্ৰভেদে মানুহক বিস্মিত কৰে। আলাউদ্দীনৰ মায়াপ্ৰদীপৰ প্ৰভাৱত এনে আকস্মিক পৰিবৰ্ত্তন হোৱা কাহিনী জগতে জানে—কিন্তু সি অলীক উপন্যাস। কামালৰ মহৎ অন্তৰৰ দৈৱীশক্তিয়ে বাস্তৱ জগততো সেই আশ্চৰ্য্য সাধন কৰিবলৈ সক্ষম হৈছে—প্ৰাচ্যৰ এই যাদুকৰী শক্তিত জড়বাদী পাশ্চাত্য চমকিত নহবৰ কাৰণ কি ?

# সামৰণি

গাজীৰ স্বৰ্গীয় জীৱনৰ পবিত্ৰ ব্ৰত যথা সময়ত পূৰ্ণৰূপে সিদ্ধ হ'ল। যিদিনা তুৰস্কই জীৱনৰ শেষ নিশ্বাস পাত কৰি পৃথিৱীৰ বুকুৰ পৰা চিৰকাললৈ অন্তৰ্হিত হ'বৰ উপক্ৰম কৰিছিল, তুৰ্কী জাতিৰ সেই ধুমাওঁ ধুমাওঁ হোৱা প্ৰদীপটিকে আশ্ৰয় কৰি এই কৰ্ম্মযোগীয়ে জনহীন এঙ্গোৰাৰ গভীৰ নিৰ্জ্জনত বহি সিদিনাই জীৱনৰ এই কঠোৰতম সাধনাত নিযুক্ত হ'ল—সাধন'ৰ প্ৰভাৱত সেই বন্তি আকৌ আজি জ্বলি উঠিল—তাৰ জ্যোতিয়ে বিশ্ব-চৰাচৰক আলোকিত কৰিলে। চমকিত জগতবাসীয়ে সিদিনাই তেওঁক "এঙ্গোৰাৰ সাধক" (Hermit of Angora) নামেৰে অভিহিত কৰিলে। কালক্ৰমে কৃতজ্ঞতাৰ নিদৰ্শনৰূপে, সঞ্জীৱিত তুৰস্কই কামালক "আতাতুৰ্ক" অৰ্থাৎ তুৰস্ক ত্ৰাতা নামেৰে অভিহিত কৰিলে। ভাৰতৰ মানত মহাত্মা গান্ধী যেনে, তুৰস্কৰ মানত আতাতুৰ্ক গাজী মুস্তাফা কামাল পাছা ঠিক তেনে।

দেশব্ৰতত ব্ৰতী এই মহাপুৰুষৰ নিজৰ সুখ দুখৰ কথা ভাবিবলৈ অকণো সময় নাছিল। যেতিয়া গ্ৰীক বাহিনীক পৰাস্ত কৰি তেওঁ স্মাৰ্ণাত প্ৰবেশ কৰিলে, তেতিয়া তেওঁৰ বয়স দুকুৰিৰ ওপৰ হৈ গৈছে। সিদিনা তাৰ সৰ্ব্বশ্ৰেষ্ঠ সদাগৰজনে গাজীক অভিনন্দিত কৰি তেওঁৰ পৰমবিদুষী সুন্দৰী কন্যা লতিফাক কামালৰ হাতত সমৰ্পণ কৰিলে। যদিও ইমান দিনে তেওঁ সংসাৰ বন্ধনত সোমাবলৈ ঘোৰ আপত্তি কৰি আহিছিল,

আজি এই ব্ৰত উদ্‌যাপনৰ শেষত তেওঁ এই উপহাৰ প্ৰত্যাখ্যান নকৰিলে। লতিফাক অৰ্দ্ধাঙ্গীৰূপে গ্ৰহণ কৰি, কামালে তুৰ্কীৰ নাৰীৰ প্ৰতি সন্মানৰ আদৰ্শ নিজৰ জীৱনৰ মাজেদি জগতক দেখুৱাই দিলে। এই জনা মহিষীয়ে নানাবিধ সংস্কাৰ কাৰ্য্যত গাজীক বিশেষ সহায় কৰি প্ৰকৃত সহধৰ্ম্মিনীৰ পৰিচয় দিছিল, যদিও তেওঁলোকৰ সুখৰ সংসাৰ বেছি দিন স্থায়ী নহ'ল। ১৯২৫ চনত তেওঁলোকৰ মাজত বিবাহ বিচ্ছেদ ঘটিল। কামালে ইয়াৰ পিছত দ্বিতীয়বাৰ সংসাৰী হবলৈ অস্বীকাৰ কৰিলে। সঁচাকৈ দেশপ্ৰেমত যাৰ মন প্ৰাণ মতলীয়া, যিজনে গোটেই জীৱনকে দেশৰ অৰ্থে উছৰ্গা কৰিছে, দেশৰ বাহিৰে যাৰ স্বকীয় অস্তিত্ব নাই, তেওঁৰ পক্ষে নিজ জীৱনৰ সুখস্বাচ্ছন্দ্য সকলো, কৰ্ত্তব্য পথত একো একোটি বিষম কণ্টক স্বৰূপ। এই ভাবত অনুপ্ৰাণিত হৈ নবীয়া পাটীত পৰি ও লাচিয়েও শত্ৰুসৈন্যৰ বিৰুদ্ধে যুঁজিবলৈ আগ বাঢ়িছিল,—কুৰি শতিকাত উপজি কামালেও সেই একে প্ৰেৰণাৰ বলতে চিকিৎসকৰ নিষেধ নামানিও তিনডাল ভগা কামিহাড়ে সৈতেও তুৰ্কী সৈন্যক শত্ৰু বাহিনীৰ বিৰুদ্ধে পৰিচালনা কৰিছিল, সেই একে প্ৰেমত মতলীয়া হৈ চুলতানৰ আসন আৰু খলিফাৰ গৌৰৱময় পদো প্ৰত্যাখ্যান কৰিছিল। কামালৰ মহিমামণ্ডিত জীৱন সেই দেখি আজি শ্ৰদ্ধাভক্তিৰ সামগ্ৰী আৰু অনুপ্ৰেৰণাৰ আদৰ্শ।

বিজ্ঞ ৰাজনীতিজ্ঞসকলৰ চকুত আজি কামাল পৃথিবীৰ সৰ্ব্বশ্ৰেষ্ঠ ৰাজনীতিক। তেওঁ যিদৰে য়ুৰোপৰ প্ৰবল শক্তিসমূহৰ মাজত মতান্তৰ ঘটাই এটিৰ বিৰুদ্ধে আনটিক লগাই দি নিজ কাৰ্য্য সাধন কৰিলে, গ্ৰীকসকলৰ সকলো অধিকাৰ লোপ কৰিলে, চুলতানৰ আজ্ঞাবাহী

সৌন্দর্য্য প্রতিযোগিতা



অধুনিক ভুবন্ধব



তুৰস্কৰ পুলিছ বাহিনী

সৈন্যদলক নিজৰ পক্ষভুক্ত কৰি মৰি তেওঁলোকক চুলতানৰ বিৰুদ্ধে নিয়োগ কৰিলে, লৰ্ড কাৰ্জনক বিমুদ্ধি কৰিবলৈ তেওঁ যিদৰে চোভিয়েট ৰুছিয়াৰ সহায় ললে, তাক দেখি য়ুৰোপৰ ৰাজনীতিচতুৰ সকলেও বিস্ময় মানিলে। আকৌ, তেওঁ যিদৰে লুছেইনৰ সন্ধিপত্ৰ চহী নকৰালৈকে মুছলমানশক্তিক ইংলণ্ডৰ বিৰুদ্ধে থিয় কৰাই, তাৰ পিছতে সেই শক্তিৰে খিলাফতৰ উচ্ছেদ সাধন কৰিলে, তেনে নীতি বিছমাৰ্কৰ বাহিৰে আন কোনো ৰাজনীতিজ্ঞৰ মনতেই উদয় হোৱা সম্ভৱ নহয়। অথচ বিছমাৰ্কৰ কুটিলতা কামালৰ অন্তৰত নাছিল এই বাবেই তেওঁৰ স্থান বিছমাৰ্কৰ ওপৰত। সদায় নিজ নীতিৰ স্পষ্ট প্ৰকাশ কৰাই কামালৰ অভ্যাস আছিল। সেই বাবে, যেতিয়া জেনেভাৰ আন্তৰ্জাতিক সম্মিলনৰ পৰা তুৰস্কই নিমন্ত্ৰণ পত্ৰ পায়, কামালে তাক গ্ৰহণ নকৰিলে। দূৰদৃষ্টিৰ সহায়ত তেওঁ য়ুৰোপ আৰু আমেৰিকাৰ কূটনীতি বেছকৈ বুজি পাইছিল—গতিকে তেওঁ উত্তৰ দিলে যে যদিও তেওঁ শান্তিৰ অভিলাষী, আৰু তুৰস্কই কেতিয়াও বিনা কাৰণে আন জাতিৰ লগত যুদ্ধত লিপ্ত নহয়, তথাপি শান্তিকামী শক্তিসকল সমানক্ষমতাপন্ন আৰু সমানধৰ্ম্মী হব নোৱাৰিলে সেই শান্তিয়ে দুৰ্ব্বলীক অনুগ্ৰহৰ পাত্ৰ কৰে, আৰু সি কেতিয়াও মঙ্গলজনক হব নোৱাৰে। গতিকে যেতিয়ালৈকে তুৰস্কই ইংলণ্ড, আমেৰিকা, বা ফ্ৰান্সৰ দৰে সমান সামৰিক শক্তি লাভ কৰিব নোৱাৰে, তেতিয়ালৈকে এই সম্মিলনত যোগ দিয়া তেওঁৰ পক্ষে অসম্ভৱ। বিশেষতঃ এই আন্তৰ্জাতিক সম্মিলনত তেওঁৰ আস্থা নাই, তেওঁৰ বিশ্বাস এই উপায়েৰে এজন শক্ৰৱে আন এজনক জালত পেলাবলৈকেহে কাৰবাৰ কৰিছে মাথোন। ৰুছিয়া আৰু ইংলণ্ডৰ লগত মিত্ৰতা সম্বন্ধে কামালে কৈছিল, যে

বাহিঁৰা আৰু ইংলণ্ডৰ কোনোৱেই তুৰস্কৰ মিত্ৰ নহয়, সুবিধা পালেই প্ৰত্যেকে তুৰস্কৰ ওপৰত হাত দিবলৈ সঙ্কুচিত নহব। কিন্তু তুৰস্কই যথেষ্ট শক্তি সঞ্চয় কৰি লব নোৱাৰালৈকে ৰুছিয়া আৰু ইংলণ্ডক দুয়োকোবে ৰাখি তুৰস্কই মধ্যপথ অবলম্বন কৰাই শ্ৰেয়স্।

যিসকলে কামালক নিষ্ঠুৰ আৰু অত্যাচাৰী যুঁজাৰু আৰু জগতৰ শান্তি প্ৰচেষ্টাৰ বিৰুদ্ধবাদী বুলি কব খোজে, তেওঁলোকক উদ্দেশ কৰি কামালে কৈছিল "মই কেতিয়াও অন্যায় কূটনীতি লৈ যুদ্ধত লিপ্ত হোৱা নাই। সত্য আৰু ন্যায়ৰ অধিকাৰ ৰক্ষাৰ বাবেহে কোনো দেশৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ বাধ্য হৈছোঁ। নিজৰ দেশক সুখশান্তিত ৰাখি সমৃদ্ধিশালী কৰি তোলা যেনেকৈ মোৰ ইচ্ছা, তেনেকৈ পৃথিবীৰ আন আন দেশেও যাতে ন্যায়ৰ সন্মান অটুট ৰাখি অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ সক্ষম হয়, আৰু প্ৰত্যেক জাতিয়ে শান্তিৰে উৎকৰ্ষ সাধন কৰিব পাৰে, তাৰ বাবে মই নিজেই প্ৰাণপণে চেষ্টা কৰি আছিছোঁ। দেশৰ কোনো জাতি বা শ্ৰেণী-বিশেষৰ উন্নতি হলেই যেনেকৈ যথেষ্ট নহয়, আন আন সকলো শ্ৰেণীৰে উন্নতি হলেহে সৰ্ব্বাঙ্গীন উন্নতি হোৱা বুলি কব পাৰি, তেনেকৈ পৃথিবীৰ কোনো দেশবিশেষৰ আত্মসন্মান ৰক্ষা পৰাটোৱেই যথেষ্ট নহয়, সকলো দেশৰে সমান বিশিষ্টতা আৰু সমৃদ্ধি সাধনেহে প্ৰকৃত গণতন্ত্ৰৰ উদ্দেশ্য আৰু বৰ্ত্তমান তুৰস্কৰ লক্ষ্য।" গাজীৰ এই কথা কেইষাৰিয়ে আন্তৰ্জাতিক সম্মিলনীতকৈও স্পষ্টতৰৰূপে জগতৰ সুখ-শান্তি কামনা নকৰিছেনে?

কোনো কোনোৱে গাজীৰ ৰাজনীতিত সন্দেহ কৰি কৈছিল যে গণতন্ত্ৰৰ নামত কামালে স্বেচ্ছাতন্ত্ৰহে প্ৰবৰ্ত্তন কৰিছে আৰু য়ুৰোপত যেনেকৈ মুছোলিনিয়ে নিজৰ প্ৰাধান্য স্থাপনৰ দ্বাৰা গণনীতিৰ পথ ভেটি

ধৰিবৰ উপক্ৰম কৰিছে, কামালেও নামান্তৰত সেই নীতিকেই অৱলম্বন কৰিছে। এইটো অৱশ্যে সঁচা কথা যে গোটেই পাৰ্লিয়ামেণ্ট তেওঁৰ মতৰ অনুৱৰ্ত্তী আৰু মন্ত্ৰী সভাও তেওঁৰ মতবাদৰ বিভিন্ন প্ৰকাশ মাথোন। বিদেশৰ কোনো ৰাজনৈতিক সভাসমিতিলৈ কোনো তুৰ্কী প্ৰতিনিধি পঠিয়ালেও কামালে তেওঁক সকলো কথা শিকাই বুজাই, সকলো সম্ভাব্য সমস্যা আৰু প্ৰশ্নৰ উত্তৰ মীমাংসা কৰি দিহে তেওঁ নিশ্চিন্ত হৈছিল। কিন্তু সেই বুলিয়েই তো তেওঁক স্বেচ্ছাচাৰী, বা গণনীতিৰ সমৰ্থক নহয় বুলি কব নোৱাৰি। দেশৰ শাসন পদ্ধতি যেতিয়ালৈকে সুপ্ৰতিষ্ঠিত নহয়, আৰু যেতিয়ালৈকে জাতিৰ মাজত থকা নানা বিৰুদ্ধমতৰ লোপ নহয়, তেতিয়ালৈকে শাসন ভাৰ সম্পূৰ্ণৰূপে অনভিজ্ঞ প্ৰতিনিধি বা কৰ্ম্মচাৰীৰ হাতত এৰি দিয়াটো কামালৰ পক্ষে অদূৰদৰ্শিতাৰ কাম হ'লহেঁতেন। সেইবাবে তেওঁ কৰ্ম্মচাৰীসকলৰ প্ৰত্যেক ক্ষেত্ৰতে গণনীতিৰ আদৰ্শ আৰু তেওঁৰ উদ্দেশ্য সম্বন্ধে নানা উপদেশ দি সক ল'বাৰ হাতত ধৰি লিখিবলৈ শিকোৱাৰ দৰে ৰাষ্ট্ৰনীতি শিকাই আছিল। পাৰ্লিয়ামেণ্টত যদিও ইমান দিনে কেৱল তেওঁৰ দলটোৱেই প্ৰাধান্য লাভ কৰি আহিছিল, আচলতে দ্বিতীয় দল এটি তাত নাছিল, তথাপি পাৰ্লিয়ামেণ্টত দুটা দল নহলে যে গণশাসনে সফলতা লাভ কৰিব নোৱাৰে আৰু তেওঁৰ অবিহনে যে দেশত স্বেচ্ছাচাৰিতাৰ প্ৰবৰ্ত্তন হব, এই কথা বুজিয়েই তেওঁ প্ৰজাসাধাৰণক সকলো বিষয়তে যথেষ্ট শিক্ষা দান কৰি, সাত বছৰৰ পিছত পাৰ্লিয়ামেণ্টত দ্বিতীয় দল এটি গঠনৰ চেষ্টা কৰিলে। সেই উদ্দেশ্যে তেওঁ পেৰিছৰ পৰা তুৰ্কৰ ৰাজদূত ফেথী বে'ক দেশলৈ মাতি আনি এই দ্বিতীয় দলৰ নায়ক হবলৈ অনুৰোধ কৰিলে।

কামালৰ বয়স লাহে লাহে ছুকুৰি দহ বছৰ হ'ল। 'পঞ্চাশোৰ্দ্ধে বনং ব্ৰজেৎ'—যদিও অৱশেষে গাজীয়ে ঘৰ দুৱাৰ এৰি বনলৈ যাব খোজা নাছিল, তথাপি তেওঁৰ উদ্দেশ্যই পূৰ্ণ সফলতা লাভ কৰিলে, শৈশৱৰ সেই প্ৰতিজ্ঞা, সেই মধুৰ সপোন তেওঁৰ অক্লান্ত পৰিশ্ৰমৰ ফলত বাস্তৱতাত পৰিণত হ'ল,—গতিকে মনৰ শান্তিৰ লগে লগে তেওঁৰ শৰীৰত অৱসাদ উপস্থিত হ'ল,—যেন আৰু কোনো কামতেই তেওঁৰ স্পৃহা নাই। কামালে এতিয়া তেওঁৰ উত্তৰাধিকাৰী স্বৰূপে উপযুক্ত, সমৰ্থ দেশবাসীৰ হাতত এই ৰাষ্ট্ৰীয় দায়িত্ব সঁপি দি জীৱনৰ শেষকাল ডোখৰ সাধাৰণ প্ৰজা হিচাপে তেওঁৰে প্ৰতিষ্ঠিত শাসনৰ তলত শান্তিৰে কটাব পাৰিলেই যেন সন্তুষ্ট। দেশবাসীৰ পক্ষে ইও যে এটা চিৰস্মৰণীয় দিন সন্দেহ নাই। একালে গভীৰ শোক—যাৰ সুদৃঢ় বাহু আৰু পিতৃতুল্য উদাৰ সস্নেহ অন্তৰৰ আশ্ৰয়ত তুৰ্কী জাতিয়ে নৱ জীৱন লাভ কৰি এই যৌৱনৰ সন্ধিক্ষণত উপস্থিত হ'লহি, তেওঁৰ আশ্ৰয়ৰ পৰা অকস্মাৎ বঞ্চিত হৈ ঘোৰ নিঃসহায়তা অনুভৱ; আন পিনে অসীম আনন্দ—কামালৰ পক্ষেও আৰু জাতিৰ পক্ষেও একাধাৰে। এদিনৰ 'মূক, মূঢ়, অন্ধ' জাতিয়ে আজি কামালৰ আশ্ৰয়ত ডাঙৰ হৈ শক্তিমন্ত বুলি জগতক আগত পৰিচয় দিবলৈ সক্ষম হ'ল।

আতাতুৰ্ক কামাল আজি আৰু নাই; আজীৱন দেশৰ হকে প্ৰাণপাত পৰিশ্ৰম কৰি স্বদেশক জগতসভাত বৰেণ্য স্থান দানৰ লগে লগে নিজেও চিৰবৰেণ্য সন্মান লাভ কৰিলে। তেওঁ আজি নাই সঁচা, কিন্তু এই কৰ্ম্মযোগীৰ অনুপ্ৰেৰণাৰ প্ৰভাৱ আজি নালাগে, যুগান্তলৈকেও কেৱল তুৰ্কী জাতিৰ ওপৰতেই নহয়, গোটেই পৃথিৱীতে বৰ্ত্তমান থাকিব।

কৃতজ্ঞ দেশবাসীয়ে আজি গাজীৰ মৰ্ম্মৰ মূৰ্ত্তি ঘৰে ঘৰে প্ৰতিষ্ঠা কৰি তেওঁৰ প্ৰতি গভীৰ সন্মান আৰু ভক্তিৰ নিদৰ্শন দেখুৱাই তাক দেৱতাজ্ঞানে পূজা কৰিছে—এদিন কালৰ প্ৰভাৱত এই মৰ্ম্মৰ মূৰ্ত্তিও ধ্বংস হৈ পৃথিবীৰ ধূলি কণাৰ লগত মিলি যাব পাৰে, কিন্তু গাজীৰ পবিত্ৰ আদৰ্শৰ মানসমূৰ্ত্তি জগতবাসীৰ অন্তৰৰ পৰা কেতিয়াও লোপ নাপায়। প্ৰাচ্য প্ৰতীচ্যৰ মিলনস্থল তুৰস্কৰ জন্ম লাভ কৰি গাজীয়ে জীৱনত কৰ্ম্ম আৰু ত্যাগৰ মাজেদি এই প্ৰাচ্য প্ৰতীচ্যৰেই যি অপূৰ্ব্ব সমাবেশৰ দৃষ্টান্ত দেখুৱালে সি অতি মধুৰ, অতি মনোহৰ আৰু অতুলনীয়। জগতত ইও এটা প্ৰাচ্য দেশৰ যাদুবিদ্যাৰেই উজ্জ্বল উদাহৰণ।

( ১৪ )

এই অপৰা প্ৰকৃতিৰ বন্ধনৰপৰা আমি দুটা উপায়েৰে মুক্ত হ'ব পাৰোঁ। প্ৰথমতে জ্ঞান-যোগৰ দ্বাৰা সংস্কাৰ বা 'চিত্তবৃত্তি' নিৰোধ কৰিব পাৰোঁ (যোগশ্চিত্তবৃত্তি নিৰোধঃ—পাতঞ্জল ১।২)। চিত্তবৃত্তি নিৰোধ হ'লে অৰ্থাৎ সংস্কাৰস্থ জাগতিক ভাব ধ্বংস হ'লে, যোগীয়ে পুৰুষ প্ৰকৃতিৰ প্ৰভেদ বুজে। এইদৰে বুজিলে মানুহে তৎক্ষণাৎ বুজিব যে এই জগতৰ সকলো ঘটনা ঈশ্বৰৰ ইচ্ছাত ঘটিছে। কোনো জীৱৰ ইচ্ছাকৃত কৰ্ম্ম নাই; এইদৰে বুজিলে আমাৰ কাৰো ওপৰত খং কৰিবলৈ নাই, কোনো কথাত উদ্বিগ্ন হ'বলৈ নাই। বলিয়া মানুহ এটাই আমাক বেয়া কথা ক'লে আমাৰ খং নুঠে, বৰং পুতৌ হয়; সৰু নজনা লৰা এটাই আমাক মাৰিলে আমি হাহোঁ হে। সেইদৰেই আমি যেতিয়া উপলব্ধি কৰিম যে ইচ্ছাকৃত কৰ্ম্ম কাৰো নাই, তেতিয়া ৰাগ, দ্বেষ, উদ্বেগ আদি চিত্ত-বৃত্তি একেবাৰে নিৰোধ হয়; এনে আনন্দময় অৱস্থা মানুহে লাভ কৰিব পাৰে। এনে যোগীক গীতাই "স্থিত-প্ৰজ্ঞ" যোগী বুলিছে।

গীতা কিন্তু স্থিতপ্ৰজ্ঞৰ নিমিত্তে লিখা গ্ৰন্থ নহয়, স্থিতপ্ৰজ্ঞক জ্ঞানৰ বা কৰ্ম্মৰ উপদেশ দিব নেলাগে। তেওঁলোকৰ নিমিত্তে বিধি-নিষেধ একো নাই (বেদান্ত-দৰ্শনৰ ২৪১ পৃঃ চাওক) যথা:—

নৈব তস্য কৃতেনাৰ্থো নাকৃতেনেহকশ্চন।
ন চাস্য সৰ্ব্বভূতেষু কশ্চিদৰ্থব্যপাশ্ৰয়ঃ॥ ৩।১৮

**জ্ঞানী অজ্ঞানী সকলোৰে নিমিত্তে, জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো সম্প্ৰদায়ৰ নিমিত্তে, পৃথিৱীৰ সকলো দেশৰ নিমিত্তে, সকলো সময়ৰ নিমিত্তে— গীতাৰ উপদেশ।**

গীতাই মুক্তকণ্ঠে কৈছে যে এই স্থিতপ্রজ্ঞ অৱস্থা সকলোৰে প্ৰাপ্য। নিজক কৰ্ত্তা বুলি ভাবিও অনাসক্ত ভাৱে নিজ নিজ কৰ্ত্তব্য কৰ্ম্ম কৰিও মানুহে এই অৱস্থা লাভ কৰিব পাৰে। •এনে অৱস্থাক মানুহে দুই উপায়েৰে পাব পাৰে।

যৎ সাংখ্যৈঃ প্ৰাপ্যতে স্থানং তদযোগৈৰপি গম্যতে।
একং সাংখ্যঞ্চ যোগঞ্চ যঃ পশ্যতি স পশ্যতি। ৫।৫

স্থিতপ্রজ্ঞ অৱস্থাক নিস্ত্ৰৈগুণ্য বা গুণাতীত অৱস্থাও বোলে। যথাঃ—

স্থিতপ্রজ্ঞ বুলি পূৰ্ব্বে কহিলা যাহাক
যাৰ সৰ্ব্বস্থানে হোৱে প্রজ্ঞা প্রতিষ্ঠিত
তাকে স্থিতপ্রজ্ঞ বোলে সেহি গুণাতীত ॥
( গোবিন্দ মিশ্ৰ )

( ১৫ )

যোগশাস্ত্ৰত আছে ;—

"পুৰুষ বিশুদ্ধ জ্ঞ-স্বৰূপ, কিন্তু বুদ্ধি সুখ-দুখ-যুক্ত ক্ৰিয়াশীল দৃশ্য পদাৰ্থ, এয়ে পুৰুষ আৰু বুদ্ধিৰ প্ৰভেদ। অজ্ঞ মানুহে এই প্ৰভেদ সহজে নেদেখে। কিন্তু শ্ৰৱণ, মনন আদিৰ দ্বাৰা প্ৰথমতে সামান্য ভাবে বুজি লৈ পিচত সমাধি দ্বাৰা সাক্ষাৎলাভ কৰি কৈৱল্য পদ পায়" ( সাংখ্যদৰ্শন ১৬৯ পৃঃ )।

গীতাই এতিয়া সেই ভাবেই কথাটো কৈছে। গীতাই কৈছে যে আমি প্ৰকৃততে উপলব্ধি কৰিব নোৱাৰিলেও, যদি লোকৰ কথা শুনিও বিশ্বাস কৰিব পাৰোঁ, যে ঈশ্বৰে ( বা ঈশ্বৰৰ শক্তি প্ৰকৃতিয়ে বা প্ৰকৃতিৰ নিৰ্ম্মাণ, সংস্কাৰে ) আমাক সকলো কাম কৰায় তেন্তে হ'লেও আমাৰ সকলো হয়।

অন্যে ত্বেবমজানন্তঃ শ্ৰুত্বান্যেভ্য উপাসতে।
তেঽপি চাতিতৰন্ত্যেৱ মৃত্যুং শ্ৰুতিপৰায়ণাঃ ॥ ১৩।২৫